# যোহনে লিখা শুভবাৰ্ত্তা

## ঈশ্বৰৰ বাক্য যীচুৰ অৱতাৰ।

১ ১ আদিতে[1] বাক্য আছিল, আৰু বাক্য ঈশ্বৰেৰে সৈতে আছিল, আৰু
২ বাক্যই নিজে ঈশ্বৰ। তেওঁ আদিতে ঈশ্বৰেৰে সৈতে আছিল। তেওঁৰ
৩ দ্বাৰাই সকলোৱেই হল ;[2] আৰু যি যি হল, সেইবোৰৰ এটাও তেওঁৰ বিনে
৪,৫ নহল। জীৱন তেওঁতেহে ; সেই জীৱনেই মানুহৰ পোহৰ।[3] পোহৰ
আন্ধাৰত প্ৰকাশিত হৈ আছে ; কিন্তু আন্ধাৰে তাক পৰাজয়* কৰা নাই।
৬,৭ ঈশ্বৰৰ পৰা পঠোৱা যোহন নামেৰে এজন মানুহ আছিল : তেওঁৰ
যোগেদি সকলোৱে যেন বিশ্বাস কৰে, এই নিমিত্তে, সেই পোহৰৰ সাক্ষ্য
৮ দিবলৈ তেওঁ সাক্ষ্যৰ অৰ্থে আহিছিল। তেওঁ নিজে সেই পোহৰ নাছিল,
কিন্তু পোহৰৰ সাক্ষ্য দিবলৈহে আহিছিল।
৯ আটাই মানুহক পোহৰ দিওঁতা প্ৰকৃত পোহৰ জগতলৈ আহি
১০ আছিল। তেওঁ জগতত আছিল, আৰু জগত তেওঁৰ দ্বাৰাই হল, কিন্তু
১১ জগতে তেওঁক নাজানিলে। তেওঁ নিজ আধিপত্যলৈ আহিল, কিন্তু নিজ
১২ লোকে তেওঁক গ্ৰহণ নকৰিলে।[4] তথাপি যিমান লোকে তেওঁক গ্ৰহণ
কৰিলে, অৰ্থাৎ তেওঁৰ নামত বিশ্বাস কৰিলে, সেই সকলোকে ঈশ্বৰৰ
১৩ সন্তান হবলৈ তেওঁ ক্ষমতা দিলে।[5] তেওঁবিলাকে তেজৰ পৰা, বা মাংসৰ
ইচ্ছাৰ পৰা জন্ম পালে, এনে নহয়, কিন্তু ঈশ্বৰৰ পৰাহে পালে।
১৪ সেই বাক্য[6] মাংস হল, আৰু অনুগ্ৰহ ও সত্যতাৰে পৰিপূৰ্ণ হৈ,
আমাৰ মাজত প্ৰবাস কৰিলে ; তাতে পিতৃৰ একমাত্ৰ পুত্ৰৰ উপযুক্ত যি
১৫ প্ৰভাৱ, সেই প্ৰভাৱ আমি দেখিলোঁ।[7] (তেওঁৰ বিষয়ে যোহনে এই সাক্ষ্য
দি বিৰিয়াই কলে, মোৰ পাছত অহা জনা মোতকৈ আগ হল, কিয়নো

---

1 কল ১ ; ১৭। ১ যো ১ ; ১। 2 গীত ৩৩ ; ৬। কল ১; ১৬।
ইব্ৰী ১ ;২। 3 যো ৮;১২। ৯;৫। *গ্ৰহণ, (বা) ধৰা নাই। 4 লূক ১৯ ;
১৪। পাঁ ১৩ ; ৪৬। 5 যো ৮ ; ১৫। গাল ৩ ; ২৬। ১ যো ৩ ; ১।
6 লূক ১ ; ৩১, ৩৫। ২ ; ৭। গাল ৪ ; ৪। ইব্ৰী ২ ; ১৪-১৭।
7 মথি ১৭ ; ১-৫ যো ২ ; ১১। ১১ ; ৪০। ২ পি ১ ; ১৬, ১৭।

মোৰ পূৰ্ব্বেও তেওঁ আছিল,[1] যি জনাৰ বিষয়ে মই এই কথা কৈছিলোঁ,
১৬ তেৱেঁই সেই জনা।) কিয়নো আমি সকলোৱে তেওঁৰ সেই পূৰ্ণতাৰ পৰা,
১৭ অনুগ্ৰহৰ উপৰিও অনুগ্ৰহ পালোঁ। কাৰণ, মোচিৰ যোগেদি বিধান দিয়া হয়;
১৮ কিন্তু অনুগ্ৰহ আৰু সত্যতা যীচু খ্ৰীষ্টৰ যোগেদিহে আহিল।[2] কোনেও
ঈশ্বৰক কেতিয়াও দেখা নাই; পিতৃৰ কোলাত থকা একমাত্ৰ পুত্ৰই
তেওঁক প্ৰকাশ কৰিলে।

## যীচুৰ বিষয়ে যোহনৰ সাক্ষ্য। প্ৰথম শিষ্যবিলাক।

১৯ যোহনৰ সাক্ষ্য এই; তুমি কোন? এই বুলি সুধিবৰ নিমিত্তে
যেতিয়া যিহুদীবিলাকে যিৰূচালেমৰ পৰা পুৰোহিত আৰু লেবীয়া-
২০ বিলাকক তেওঁৰ ওচৰলৈ পঠালে, তেতিয়া তেওঁ আসে নামতি, সৈ
২১ কাঢ়িলে, অৰ্থাৎ মই খ্ৰীষ্ট নহওঁ বুলি, সৈ কাঢ়িলে। তাতে তেওঁ-
বিলাকে তেওঁক সুধিলে, তেন্তে কি? তুমি এলিয়া নে?[3] তেওঁ কলে,
মই নহওঁ। তুমি সেই ভাববাদী নে?[4] তেওঁ উত্তৰ দিলে, নহওঁ।
২২ তেতিয়া তেওঁবিলাকে তেওঁক কলে, আমাক পঠোৱাবিলাকক উত্তৰ
দিবৰ নিমিত্তে, আমি সুধিছোঁ, তুমি কোন? তুমি নিজৰ বিষয়ে কি
২৩ কোৱা? তেওঁ কলে, যিচয়া ভাববাদীয়ে যেনেকৈ কৈছিল,[5] বোলে,
“প্ৰভুৰ পথ পোন কৰা,” অৰণ্যত এই বুলি বিঙিওৱা এজনৰ শব্দ, সেই
শব্দই মই।

২৪,২৫ তেওঁবিলাকক ফৰীচীবিলাকৰ পৰা পঠোৱা হৈছিল। তাতে তেওঁ-
বিলাকে তেওঁক সুধিলে, যদি খ্ৰীষ্ট নোহোৱা, এলিয়া নোহোৱা, সেই
২৬ ভাববাদীও নোহোৱা, তেন্তে কিয় বাপ্তাইজ কৰিছা? যোহনে তেওঁ-
বিলাকক উত্তৰ দিলে, মই হলে পানীত বাপ্তাইজ কৰিছোঁ; কিন্তু
২৭ যি জনাক তোমালোকে নাজানা, যি জনাৰ পইজাৰৰ বান্ধ মই মেলিবৰো
যোগ্য নহওঁ, মোৰ পাছত অহা এনে জনা তোমালোকৰ মাজত আছে।
২৮ যোহনে বাপ্তাইজ কৰা ঠাইত, যৰ্দ্দনৰ সিপাৰে বৈথনিয়াত এই সকলো
ঘটিল।

---

[1] যো ৮ ; ৫৮। কল ১ ; ১৭। [2] যো ১৪ ; ৬। যো ৫ ; ২১। ৬ ; ১৪। [3] মলা ৪ ; ৫। [4] দ্বিঃ বিঃ ১৮ ; ১৫-১৮। পাঁ ৩ ; ২২। ৭ ; ৩৭। [5] যিচ ৪০ ; ৩।

২৯ পাছদিনা নিজৰ ওচৰলৈ যীচুক অহা দেখি, তেওঁ কলে, চোৱা ! সৌৱা,
৩০ জগতৰ পাপ নিওঁতা ঈশ্বৰৰ মেৰ পোৱালি।[1] যি জনাৰ বিষয়ে মই কলোঁ,
যে, মোৰ পাছত এজন মানুহ আহিছে, তেওঁ মোতকৈ আগ হল, কিয়নো
৩১ মোৰ পূৰ্ব্বেও তেওঁ আছিল, সেই জনা এৱেঁই। আৰু তেওঁক মই
নিচিনিলোঁ; কিন্তু ইস্রায়েলৰ আগত তেওঁ প্ৰকাশিত হবৰ নিমিত্তে,
৩২ মই পানীত বাপ্তাইজ কৰি কৰি আহিলোঁ। আৰু যোহনে সাক্ষ্য দি কলে,
আকাশৰ পৰা আত্মাক কপৌৰ নিচিনাকৈ নামি, তেওঁৰ ওপৰত থকা
৩৩ দেখিলোঁ। মই তেওঁক নিচিনিলোঁ; কিন্তু যি জনাই পানীত বাপ্তাইজ
কৰিবলৈ মোক পঠালে, সেই জনাই মোক কৈছিল, তুমি যি জনৰেই ওপৰত
আত্মাক নামি থকা দেখিবা, পবিত্ৰ আত্মাত বাপ্তাইজ কৰোঁতা
৩৪ তেৱেঁই।[2] আৰু মই তাকে দেখি, এওঁ যে ঈশ্বৰৰ পুত্ৰ হয়, তাৰ সাক্ষ্য
দিলোঁ।

৩৫ পাছদিনা আকৌ যোহনে তেওঁৰ দুজন শিষ্যেৰে সৈতে থিয় হৈ, যীচু
৩৬,৩৭ ফুৰোঁতে, তেওঁলৈ চাই কলে, চোৱা! সৌৱা ঈশ্বৰৰ মেৰ পোৱালি। সেই
৩৮ দুজন শিষ্যই তেওঁৰ এই কথা শুনি, যীচুৰ পাছে পাছে গল। তাতে
যীচুৱে মুখ ঘূৰাই তেওঁবিলাকক পাছে পাছে অহা দেখি, তেওঁবিলাকক
কলে, তোমালোকে কি বিচাৰিছা? তেওঁবিলাকে তেওঁক কলে, ৰব্বি,
অৰ্থাৎ হে গুৰু, আপুনি ক'ত থাকে? তেওঁ তেওঁবিলাকক কলে, আহাঁ,
৩৯ তেহে দেখিবা। তাতে তেওঁবিলাকে গৈ তেওঁৰ থকা ঠাই দেখিলে;
৪০ আৰু সেই দিনা তেওঁৰ লগতে থাকিল। তেতিয়া প্ৰায় চাৰি বজাৰ সময়
হৈছিল। যি দুজনে যোহনৰ কথা শুনি, তেওঁৰ পাছে পাছে গল,
৪১ তেওঁবিলাকৰ এজন চিমোন পিতৰৰ ভায়েক আন্দ্ৰিয়। তেওঁ প্ৰথমতে
নিজ ককায়েক চিমোনক পাই কলে, আমি মচীহক, অৰ্থাৎ খ্ৰীষ্টক
৪২ পালোঁ। পাছে তেওঁক যীচুৰ ওচৰলৈ আনিলে। যীচুৱে তেওঁলৈ
চাই কলে, তুমি যোহনৰ পুতেক চিমোন, তোমাৰ নাম কৈফা হব। এই
নামৰ অৰ্থ পিতৰ, অৰ্থাৎ শিল।

৪৩ পাছদিনা, গালীললৈ যাবলৈ মন কৰি, যীচুৱে ফিলিপক পাই কলে,
৪৪ মোৰ পাছে পাছে আহাঁ। পিতৰ আৰু আন্দ্ৰিয় থকা যি বৈৎচৈদা গাওঁ,

---

1 যিচ ৫৩ ; ৭,১১। গ্যাল ১ ; ৪। ইব্ৰী ১ ; ৩। ৯ ; ২৮। ১ পি ১ ; ১৯।
২ ; ২৪। ৩ ; ১৮। ১ যো ২ ; ২। ৩ ; ৫। ৪ ; ১০। প্ৰ ১ ; ৫। ৫ ; ৬।

2 পাঁ ১ ; ৫। ২ ; ৪। ১০ ; ৪৪। ১৯ ; ৬।

৪৫ ফিলিপো সেই নগৰৰে মানুহ। পাছে ফিলিপে নথনেলক পাই কলে,
যি জনাৰ বিষয়ে মোচিয়ে বিধান-শাস্ত্ৰত, আৰু ভাববাদীবিলাকেও লিখিলে,
আমি তেওঁক পালোঁ; তেওঁ যোচেফৰ পুতেক নাচৰতীয়া যীচু।
৪৬ নথনেলে তেওঁক কলে, নাচৰতৰ পৰা কোনো ভাল বস্তু ওলাব পাৰে
৪৭ নে? ফিলিপে তেওঁক কলে, আহি চোৱা। পাছে যীচুৱে নিজৰ
ওচৰলৈ নথনেলক অহা দেখি, তেওঁৰ বিষয়ে কলে, চোৱা, এই জন
৪৮ সঁচাকৈ এজন ইস্ৰায়েলীয়া, এওঁত একো কপট নাই। তাতে নথনেলে
তেওঁক কলে, আপুনি মোক কেনেকৈ চিনিলে? যীচুৱে উত্তৰ দি
তেওঁক কলে, ফিলিপে তোমাক মতাৰ আগেয়ে, তুমি ডিমৰু গছৰ তলত
৪৯ থাকোঁতেই, তোমাক দেখিলোঁ। নথনেলে তেওঁক উত্তৰ দিলে, ৰব্বি,
৫০ আপুনি ঈশ্বৰৰ পুত্ৰ; আপুনি ইস্ৰায়েলৰ ৰজা। তেতিয়া যীচুৱে উত্তৰ
দি তেওঁক কলে, "তোমাক ডিমৰু গছৰ তলত দেখিলোঁ," বুলি মই
তেমোক কোৱাৰ কাৰণে বিশ্বাস কৰিছা নে? ইয়াতকৈও মহৎ মহৎ কৰ্ম্ম
৫১ দেখিবা। তেওঁক আৰু কলে, মই তোমালোকক অতি সঁচাকৈ কওঁ,
তোমালোকে স্বৰ্গৰ দুৱাৰ মুকলি হোৱা,[1] আৰু মানুহৰ পুত্ৰৰ ওপৰত
ঈশ্বৰৰ দূতবিলাকক উঠা আৰু নমা দেখিবা।

## যীচুৰ প্ৰথম আচৰিত চিন।

২ ১ পাছে তিন দিনৰ দিনা, গালীলৰ কান্না নগৰত এখন বিয়া হৈছিল;
২ আৰু যীচুৰ মাক তাত আছিল। সেই বিয়ালৈ যীচু আৰু তেওঁৰ
৩ শিষ্যবিলাককো নিমন্ত্ৰণ কৰা হৈছিল। পাছে দ্ৰাক্ষাৰস নাইকিয়া হলত,
৪ যীচুৰ মাকে তেওঁক কলে, তেওঁবিলাকৰ দ্ৰাক্ষাৰস নাই। যীচুৱে তেওঁক
কলে, হে নাৰী, মোৰ আৰু তোমাৰ কি কাম? মোৰ সময় এতিয়ালৈকে
৫ হোৱা নাই। পাছে তেওঁৰ মাকে চাকৰইতক কলে, এওঁ তহঁতক যিহকে
৬ কয়, তাকে কৰিবিহঁক। সেই ঠাইতে যিহুদীবিলাকৰ শুচি কৰা আচাৰৰ
৭ দৰে, দুই তিনি মোন পানী ধৰা, এনে ছটা শিলৰ মঠিয়া আছিল। যীচুৱে
সিহঁতক কলে, মঠিয়াকেইটা পানীৰে পূৰ কৰা। তেতিয়া সিহঁতে
৮ সেইবোৰ কানলৈকে পূৰ কৰিলে। পাছে তেওঁ সিহঁতক কলে,
এতিয়া উলিয়াই, ভোজৰ গৰাকীৰ ভালৈ নিয়াহঁক। তেতিয়া সিহঁতে লৈ
৯ গল। ভোজৰ গৰাকীয়ে, দ্ৰাক্ষাৰস কৰা সেই পানী যেতিয়া চাকি

---

[1] আ ২৮; ১২। পঁ ১; ১০।

চালে, (যেয়ে ক'ব পৰা হল তাক তেওঁ নাজানিলে ; কিন্তু যি চাকৰইঁতে
১০ পানী উলিয়াইছিল, সিইঁতে জানিলে ;) তেতিয়া ভোজৰ গৰাকীয়ে
দৰাক মাতি কলে, সকলো মানুহে প্ৰথমতে ভাল দ্ৰাক্ষাৰস্হে দিয়ে ;
আৰু লোকে ভালেমান খোৱাৰ পাছত, তাতকৈ নৰম দিয়ে ; কিন্তু তুমি
১১ এতিয়ালৈকে ভাল দ্ৰাক্ষাৰস ৰাখিলা। যীচুৱে আচৰিত চিনৰ এই
আৰম্ভণ, গালীলৰ কান্না নগৰত কৰি, তেওঁৰ মহিমা প্ৰকাশ কৰিলে ;
আৰু তেওঁৰ শিষ্যবিলাকে তেওঁত বিশ্বাস কৰিলে।
১২ তাৰ পাছত তেওঁ, তেওঁৰ মাক, ভায়েকইঁত, আৰু শিষ্যবিলাকেৰে
সৈতে কফৰনাহুমলৈ গল, কিন্তু তাত অধিক দিন নাথাকিল।

### যীচুৱে যিৰূচালেমলৈ গৈ প্ৰথমবাৰ মন্দিৰ পৰিষ্কাৰ কৰা।

১৩ তেতিয়া যিহুদীবিলাকৰ নিস্তাৰ-পৰ্ব্ব ওচৰ হলত, যীচু
১৪ যিৰূচালেমলৈ গল। তাতে গৰু, মেৰ, কপৌ বেচা আৰু ধন সলোৱাবোৰক
১৫ ধৰ্ম্মধামত বহা দেখি, তেওঁ জৰীৰে এডাল চাবুক সাজি, গৰু মেৰেৰে
সৈতে সেই আটাইবোৰক ধৰ্ম্মধামৰ পৰা খেদাই দিলে ; ধন সলোৱা-
১৬ বোৰৰ ধন বাকি পেলাই, মেজো লুটিয়ালে ; আৰু কপৌ বেচাবিলাকক
কলে, ইয়াৰ পৰা এইবোৰ লৈ যোৱা ; মোৰ পিতৃৰ ঘৰ বেপাৰৰ ঘৰ
১৭ নকৰিবা। তেতিয়া, "তোমাৰ গৃহলৈ মোৰ যি উৎসাহ সেয়ে মোক
গ্ৰাস কৰিব," বুলি লিখা কথাষাৰ,[1] শিষ্যবিলাকৰ মনত পৰিল।
১৮ তাতে যিহুদীবিলাকে উত্তৰ দি তেওঁক কলে, তুমি যে এইবোৰ
১৯ কৰ্ম্ম কৰিছা, তাৰ কাৰণে আমাক কি চিন দেখুৱাইছা? যীচুৱে উত্তৰ
দি তেওঁবিলাকক কলে, তোমালোকে এই মন্দিৰ ভাঙি পেলোৱা,[2]
২০ মই তিন দিনত তাক তুলিম। তাতে যিহুদীবিলাকে কলে, এই মন্দিৰ
ছয়চল্লিশ বছৰতহে সজা হল; তুমি নো তাক তিন দিনতে তুলিবা
নে? কিন্তু তেওঁ নিজৰ দেহ-মন্দিৰৰ বিষয়ে এই কথা কৈছিল।
২১ এতেকে যেতিয়া তেওঁক মৃতবিলাকৰ মাজৰ পৰা তোলা হল, তেতিয়া,
২২ তেওঁ যে এই কথা কৈছিল, শিষ্যবিলাকে তাক সুঁৱৰি, ধৰ্ম্ম-শাস্ত্ৰত,
আৰু যীচুৱে কোৱা কথাতো বিশ্বাস কৰিলে।

---

[1] গীত ৬৯ ; ৯। [2] মথি ২৬ ; ৬১। ২৭ ; ৪০। মাৰ্ক ১৪ ; ৫৮। ১৫ ; ২৯।

২৩ পাছে নিস্তাৰ-পৰ্ব্বৰ সময়ত, তেওঁ যিৰূচালেমত থাকোঁতে,
অনেক মানুহে, তেওঁ দেখুউৱা আচৰিত চিন দেখি, তেওঁৰ নামত
২৪ বিশ্বাস কৰিলে। কিন্তু যীচুৱে তেওঁবিলাকক নিজৰ আশ্রয় নিদিলে ;
২৫ কাৰণ তেওঁ সকলোকে জানিলে ; আৰু মানুহৰ বিষয়ে কোনোৱে সাক্ষ্য
দিবলৈকো তেওঁৰ প্রয়োজন নাছিল ; কিয়নো মানুহৰ অন্তৰত কি
আছে, তাক তেওঁ নিজে জানিছিল।[1]

## নীকদীমে সৈতে যীচুৰ কথোপকথন।

৩ ১ ফৰীচীবিলাকৰ মাজৰ নীকদীম[2] নামেৰে যিহুদীবিলাকৰ এজন
২ অধিকাৰী আছিল। সেই জনে ৰাতি তেওঁৰ ওচৰলৈ আহি তেওঁক
কলে, ৰব্বি, আপুনি যে ঈশ্বৰৰ পৰা অহা এজন উপদেশক, ইয়াক
আমি জানো ; কিয়নো আপুনি এই যি যি আচৰিত চিন দেখুৱাইছে,
৩ ঈশ্বৰ সঙ্গী নহলে, তেনে চিন কোনেও দেখুৱাব নোৱাৰে।[3] যীচুৱে
উত্তৰ দি তেওঁক কলে, মই তোমাক অতি সঁচাকৈ কওঁ, নতুনকৈ*
৪ জন্ম নাপালে,[4] কোনেও ঈশ্বৰৰ ৰাজ্য দেখ পাব নোৱাৰে। নীকদীমে
তেওঁক কলে, মানুহ বুঢ়া হলে, কেনেকৈ তাৰ জন্ম হব পাৰে ?
সি মাকৰ গৰ্ভত দ্বিতীয়বাৰ সোমাই জন্মিব পাৰে নে ?
৫ যীচুৱে উত্তৰ কৰিলে, মই তোমাক অতি সঁচাকৈ কওঁ, জল আৰু
আত্মাৰ পৰা জন্ম নাপালে, কোনেও ঈশ্বৰৰ ৰাজ্যত সোমাব নোৱাৰে।
৬ মাংসৰ পৰা যি জন্মে, সি মাংস ; আৰু আত্মাৰ পৰা যি জন্মে, সি
৭ আত্মাই। নতুনকৈ* তোমালোকৰ জন্ম হব লাগে, মই যে তোম
৮ এই কথা কলোঁ, ইয়াত বিস্ময় নামানিবা। বায়ুৱে যেই দিশলৈ ইচ্ছা
কৰে, সেই দিশলৈ বয়, আৰু তুমি তাৰ শব্দ শুনিবলৈ পোৱা, কিন্তু
সি ক'ৰ পৰা আহে, ক'লৈ যায়, তাক নাজানা ; আত্মাৰ পৰা জন্মা
৯ প্রত্যেক মানুহৰ এনে হয়। নীকদীমে উত্তৰ দি তেওঁক কলে,

---

[1] যো ৬ ; ৬৪। ১৬ ; ৩০। পাঁ ১ ; ২৪। প্র ২ ; ২৩।

[2] যো ৬ ; ৫০, ৫১। ১৯ ; ৩৯। [3] যো ৯ ; ১৬, ৩০-৩৩।

* (বা) ওপৰৰ পৰা। [4] যো ১ ; ১৩। গাল ৬ ; ১৫। তীত ৩, ৪-৭
যাক ১ ; ১৮। ১ পি ১ ; ২৩। ১ যো ৩ ; ৯।

১০ এইবোৰ কেনেকৈ হব পাৰে? যীচুয়ে উত্তৰ দি তেওঁক কলে, তুমি
১১ ইস্রায়েলৰ উপদেশক হৈও, এইবোৰ কথা নাজানা নে? মই তোমাক
অতি সঁচাকৈ কওঁ, আমি যিহকে জানো, তাকে কও, আৰু যিহকে
দেখিলোঁ, তাৰে সাক্ষ্য দিওঁ, কিন্তু তোমালোকে আমাৰ সাক্ষ্য গ্ৰহণ
১২ নকৰা। মই তোমালোকক পাৰ্থিব বিষয়ৰ কথা কলত, তোমালোকে
যদি বিশ্বাস নকৰা, তেন্তে স্বৰ্গীয় বিষয়ৰ কথা কলে, কেনেকৈ বিশ্বাস
১৩ কৰিবা? স্বৰ্গবাসী জন, অৰ্থাৎ যি মানুহৰ পুত্ৰ স্বৰ্গৰ পৰা নামিল,
১৪ তেওঁৰ বাহিৰে কোনেও স্বৰ্গলৈ উঠা নাই। অৰণ্যত মোচিয়ে যেনেকৈ
১৫ সাপটো তুলিছিল, তেনেকৈ মানুহৰ পুত্ৰকো উত্তোলিত হব লাগে, যেন
তেওঁত বিশ্বাস কৰা সকলোৱে অনন্ত জীৱন পাব পাৰে।[1]

১৬ কাৰণত ঈশ্বৰে জগতক ইমান প্ৰেম কৰিলে, যে, তেওঁ নিজ একমাত্ৰ
পুত্ৰকে দান কৰিলে, যাতে যি কোনোৱে তেওঁত বিশ্বাস কৰে,
১৭ তেওঁ নষ্ট নহয় কিন্তু অনন্ত জীৱন পায়।[2] কিয়নো জগতৰ
সোধ-বিচাৰ কৰিবৰ নিমিত্তে নহয়, কিন্তু জগতে যেন তেওঁৰ দ্বাৰাই
পৰিত্ৰাণ পাব, এই নিমিত্তেহে ঈশ্বৰে পুত্ৰকে জগতলৈ পঠালে।[3]
১৮ তেওঁত বিশ্বাস কৰা জনৰ সোধ-বিচাৰ কৰা নহয়; বিশ্বাস নকৰা
জনৰ সোধ-বিচাৰ হৈ গল; কিয়নো তেওঁ ঈশ্বৰৰ একমাত্ৰ পুত্ৰৰ নামত
১৯ বিশ্বাস কৰা নাই। আৰু সেই বিচাৰ এই, যে, জগতলৈ পোহৰ আহিল,
কিন্তু মানুহবিলাকে পোহৰতকৈ আন্ধাৰক প্ৰেম কৰিলে; কাৰণ তেওঁ-
২০ বিলাকৰ কৰ্ম্ম মন্দ আছিল। কিয়নো যি কোনোৱে কু-আচৰণ কৰে,
তেওঁ পোহৰক ঘিণায়; আৰু তেওঁৰ কৰ্ম্ম যেন দূষিত নহয়, এই
২১ নিমিত্তে তেওঁ পোহৰৰ ওচৰলৈ নাহে। কিন্তু যি জনে সত্য কৰ্ম্ম
কৰে, তেওঁৰ কৰ্ম্ম যে ঈশ্বৰত কৰা হয়, সেয়ে প্ৰকাশিত হবৰ নিমিত্তে,
তেওঁ পোহৰৰ ওচৰলৈ আহে।

## তেওঁৰ বিষয়ে যোহনৰ সাক্ষ্য।

২২ তাৰ পাছত যীচুৱে তেওঁৰ শিষ্যবিলাকেৰে সৈতে যিহুদিয়ালৈ গৈ,
২৩ তাতে তেওঁবিলাকৰ লগত থাকি, বাপ্তাইজ কৰি আছিল। আৰু
চালীমৰ ওচৰৰ ঐনোন গাৱঁত বহুত পানী থকাত, যোহনেও তাতে

---

[1] গণ ২১; ৫-৯। যো ৮; ২৮। ১২; ৩২, ৩৩।
[2] যো ৫; ৮। ১ যো ৪; ৯, ১০। [3] যো ১২; ৪৭। ১ যো ৪; ১৪।

বাপ্তাইজ কৰি আছিল ; আৰু লোকবিলাক আহি আহি বাপ্তাইজিত হল।
২৪ কিয়নো তেতিয়ালৈকে যোহনক বন্দীশালত থোৱা নাছিল।
২৫ তাতে শুচি কৰাৰ কথাত এজন যিহুদী মানুহেৰে সৈতে যোহনৰ
২৬ শিষ্যবিলাকৰ তৰ্ক-বিতৰ্ক হল। আৰু তেওঁবিলাকে যোহনৰ ওচৰলৈ গৈ,
তেওঁক কলে, ৰব্বি, যি জন যৰ্দ্দনৰ সিপাৰত আপোনাৰ লগত আছিল,
যি জনৰ বিষয়ে আপুনি সাক্ষ্য দি আছে, চাওক, তেৱেঁই বাপ্তাইজ কৰিছে,
২৭ আৰু সকলো মানুহ তেওঁৰ ওচৰলৈ গৈছে। যোহনে উত্তৰ দিলে,
স্বৰ্গৰ পৰা মানুহক যি যি দিয়া হল, তাৰ বাহিৰে সি একো পাব নোৱাৰে।
২৮ মই খ্ৰীষ্ট নহওঁ কিন্তু তেওঁৰ আগেয়ে পঠোৱা হওঁ,[1] মই যে এই কথা
২৯ কলোঁ, তোমালোকে নিজে মোলৈ ইয়াৰ সাক্ষী হৈছা। যি জনে
কন্যাক পায়, সেয়ে দৰা ; কিন্তু দৰাৰ যি বন্ধুৱে থিয় হৈ তেওঁৰ কথা
শুনে, তেওঁ দৰাৰ মাতত অতিশয় আনন্দিত হয় ; এতেকে মোৰো সেই
৩০ আনন্দ সম্পূৰ্ণ হল। তেওঁ ক্ৰমে মহৎ হৈ যাব লাগে, কিন্তু মই ক্ষুদ্ৰ হৈ
যাব লাগে।

৩১ যি জনা ওপৰৰ পৰা আহিছে, তেওঁ সকলোতকৈ ওপৰ : যি
জন পৃথিবীৰ পৰা হয়, সি পাৰ্থিব, আৰু পৃথিবীৰ কথাকেহে কয় ;
৩২ যি জনা স্বৰ্গৰ পৰা আহিছে, তেওঁ সকলোতকৈ ওপৰ। তেওঁ যিহকে
দেখিলে শুনিলে, তাকে সাক্ষ্য দিয়ে ;[2] কিন্তু তেওঁৰ সাক্ষ্য কোনেও
৩৩ গ্ৰহণ নকৰে। তেওঁৰ সাক্ষ্য যেয়ে গ্ৰহণ কৰিলে, ঈশ্বৰ যে সত্য,
৩৪ এই কথা তেওঁ মোহৰ মাৰিলে। কিয়নো[3] ঈশ্বৰে যি জনাক পঠালে,
তেওঁ ঈশ্বৰৰ কথা কয় ; কাৰণ তেওঁ পৰিমাণ কৰি আত্মা নিদিয়ে।
৩৫ পিতৃয়ে পুত্ৰক প্ৰেম কৰি, তেওঁৰ হাতত সকলোকে শোধাই দিলে।[4]
৩৬ পুত্ৰত বিশ্বাস কৰা জনৰ অনন্ত জীৱন আছে ; পুত্ৰক অমান্য* কৰা
জনে জীৱনৰ দৰ্শন নাপাব, কিন্তু ঈশ্বৰৰ ক্ৰোধহে তেওঁৰ ওপৰত থাকে।

## এজনী চমৰীয়া তিৰোতাৰে সৈতে যীচুৰ কথোপকথন আৰু তাৰ ফল।

৪ ১ প্ৰভুৱে যেতিয়া জানিলে, যে, যীচুৱে যোহনতকৈ অধিক শিষ্য

[1] মলা ৩ ; ১। মাৰ্ক ১ ; ২। লূক ১ ; ১৭। [2] যো ৮ ; ২৬। ১৫ ; ১৫।
[3] ১ যো ৫ ; ১০। [4] মথি ১১ ; ২৭। ২৮ ; ১৮। যো ৫ ; ২০-২২।
১৭ ; ২। * (বা) অবিশ্বাস।

২ কৰি বাপ্তাইজ কৰিছে বুলি ফৰীচীবিলাকে শুনিলে, (যদিও যীচুৱে
৩ নিজে বাপ্তাইজ কৰা নাছিল, তেওঁৰ শিষ্যবিলাকেহে কৰিছিল,) তেতিয়া
৪ তেওঁ যিহুদিয়া এৰি আকৌ গালীললৈ গল। তেওঁ চমৰিয়া দেশেদি
৫ যাব লগা হলত, যি মাটি এডোখৰ যাকোবে তেওঁৰ পত্ৰ যোচেফক
দিছিল, তাৰ ওচৰৰ চমৰিয়াৰ চুখাৰ নামেৰে এখন নগৰলৈ আহিল।
৬ সেই ঠাইতে যাকোবৰ নাদ আছিল। তেতিয়া প্ৰায় ছয় বজাৰ সময়ত,
যীচুৱে পথ-শ্ৰান্ত হৈ, সেই নাদটোৰ দাঁতিত বহিল।

৭ তাতে চমৰিয়াৰ তিৰোতা এজনী পানী তুলিবলৈ আহিল।
৮ যীচুৱে তাইক কলে, মোক পানী খাবলৈ দিয়া। কিয়নো তেওঁৰ
৯ শিষ্যবিলাকে খোৱা বস্তু কিনিবলৈ নগৰলৈ গৈছিল। তেতিয়া সেই
চমৰিয়াৰ তিৰোতাই তেওঁক কলে, তুমি যিহুদী মানুহ হৈও, মই
চমৰিয়াৰ তিৰোতাৰ হাতে কেনেকৈ পানী খাব খুজিছা? (কিয়নো
চমৰীয়া মানুহেৰে সৈতে যিহুদীবিলাকৰ একো আদান-প্ৰদান নাই।)
১০ যীচুৱে উত্তৰ দি তাইক কলে, ঈশ্বৰৰ দান কেনে, আৰু তোমাৰ আগত,
'মোক পানী খাবলৈ দিয়া' বুলি, খোজা জন বা কোন, ইয়াক জনা হলে,
তুমি তেওঁত খুজিলাহেঁতেন, আৰু তেওঁ তোমাক জীৱনময় পানী[1]
১১ দিলেহেঁতেন। সেই তিৰোতাই তেওঁক কলে, মহাশয়,* তুলিবলৈ
তোমাৰ পাত্ৰ নাই, নাদো দ ; তেন্তে সেই জীৱনময় পানী ক'ৰ পৰা
১২ পোৱা? যি জনে আমাক এই নাদ দিলে, আৰু নিজে, পো, জি,
গৰু, ছাগ আদিৰে সৈতে তাৰ পৰা পানী খাইছিল, সেই আমাৰ
১৩ পিতৃ যাকোবতকৈ তুমি মহান্ নে? যীচুৱে উত্তৰ দি তাইক
১৪ কলে, এই পানী খোৱা প্ৰতিজনৰ আকৌ পিয়াহ লাগিব ; কিন্তু মই
যি পানী দিম, তাক যি কোনোৱে খায়, তেওঁৰ কেতিয়াও পিয়াহ
নালাগিব ; বৰং মই যি পানী তেওঁক দিম, সেই পানী তেওঁৰ অন্তৰত
অনন্ত জীৱনলৈকে বুৰবুৰাই ওলাই থকা পানীৰ ভুমুক হব।[2]
১৫ তিৰোতা জনীয়ে তেওঁক কলে, মহাশয়,* মোৰ পিয়াহ যেন নালাগে,
আৰু পানী তুলিবলৈ যেন ইয়ালৈ নাহোঁ, এই নিমিত্তে সেই পানী
মোক দিয়া।

---

[1] যিচ ১২ ; ৩, ৫। ৪৪ ; ৩। যিৰি ২ ; ১৩। * (বা) প্ৰভু।
[2] যো ৭ ; ৩৮।

১৬ তাতে যীচুৱে তাইক কলে, যোৱা, তোমাৰ স্বামীক ইয়ালৈ মাতি
১৭ আনাগৈ। তিৰোতা জনীয়ে উত্তৰ দি তেওঁক কলে, মোৰ স্বামী নাই।
যীচুৱে তাইক কলে, মোৰ স্বামী নাই, এইটো ভাল কথা কলা;
১৮ কিয়নো তোমাৰ স্বামী পাঁচোটা হৈ গল; আৰু এতিয়া যিটো আছে,
১৯ সি তোমাৰ স্বামী নহয়; এই কথা সঁচাকৈ কলা। সেই তিৰোতাই তেওঁক
২০ কলে, মহাশয়,* মই দেখিছোঁ, আপুনি এজন ভাববাদী।[1] আমাৰ
পিতৃ সকলে এই পৰ্ব্বতত ভজনা কৰিলে; কিন্তু আপোনালোকে
কয়, য'ত মানুহে ভজনা কৰা উচিত, সেই ঠাই যিৰূচালেমত
২১ আছে। যীচুৱে তাইক কলে, হে নাৰী, মোত বিশ্বাস কৰা, যি
সময়ত তোমালোকে এই পৰ্ব্বতত, নাইবা যিৰূচালেমত পিতৃৰ ভজনা
২২ নকৰিবা, সেই সময় আহিছে।[2] তোমালোকে যিহকে নাজানা, তাৰ
ভনজা কৰা; আমি যিহক জানো, তাৰ ভজনা কৰোঁ; কিয়নো
২৩ যিহুদী বিলাকৰ মাজৰ পৰাই পৰিত্ৰাণ হয়।[3] কিন্তু যি কালত প্ৰকৃত
ভকতবিলাকে আত্মা আৰু সত্যৰে সৈতে পিতৃৰ ভজনা কৰিব, এনে কাল
আহিছে, এতিয়াও হৈছে; কিয়নো তেওঁৰ ভজনা কৰিবলৈ পিতৃয়ে
২৪ এনেকুৱা বিলাককহে বিচাৰে। ঈশ্বৰেই আত্মা, আৰু তেওঁৰ ভজনা
২৫ কৰাবিলাকে আত্মা আৰু সত্যেৰে সৈতে তেওঁৰ ভজনা কৰিব লাগে।
তিৰোতা জনীয়ে তেওঁক কলে, মচীহ, (যি জনক খ্ৰীষ্ট বোলে,) আহিব,
তাক মই জানো; সেই জন আহিলে, আমাক সকলো কথা জনাব।
২৬ যীচুৱে তাইক কলে, তোমাৰে সৈতে কথা-বতৰা হৈ থকা, ময়েই
সেই জন।

২৭ এনেতে তেওঁৰ শিষ্যবিলাকে আহি, তেওঁক তিৰোতা মানুহেৰে সৈতে
কথা-বতৰা হোৱা দেখি, বিস্ময় মানিলে; তথাপি, আপুনি কি খুজিছে?
বা, 'কি কাৰণে তাইৰে সৈতে কথা-বতৰা হৈছে?' এই বুলি কোনেও
২৮ নুসুধিলে। তেতিয়া তিৰোতা জনীয়ে কলহ থৈ, নগৰৰ ভিতৰলৈ গৈ
২৯ মানুহবিলাকক কলে, "মই যি যি কৰিলোঁ, সেই সকলোকে মোক কলে,
৩০ এনে এজন মানুহক আহি চোৱাহঁক: তেওঁৱেই খ্ৰীষ্ট নে কি? তেতিয়া
তেওঁবিলাক নগৰৰ পৰা ওলাই তেওঁৰ ওচৰলৈ আহিবলৈ ধৰিলে।
৩১ এনেতে শিষ্যবিলাকে তেওঁক মিনতি কৰি কলে, ৰব্বি, আপুনি

---

[1] যো ৬ ; ১৪। ৭ ; ৪০। [2] মলা ১.। ১১। ১ তী ২ ; ৮।
[3] যিচ ২ ; ৩। লূক ২৪ ; ৪৭। ৰো ৯ ; ৪, ৫।

৩২ ভোজন কৰক। কিন্তু তেওঁ তেওঁবিলাকক কলে, তোমালোকে যিহক
৩৩ নাজানা, মোৰ এনে আহাৰ খাবলৈ আছে। তাতে শিষ্যবিলাকে ইটোৱে
সিটোৱে কোৱাকুই কৰিলে, খাবলৈ এওঁক কোনোবাই কিবা আনি দিলে
৩৪ নে কি? যীচুৱে তেওঁবিলাকক কলে, মোক পঠোৱা জনাৰ ইচ্ছা
৩৫ পালন কৰা, আৰু তেওঁৰ কাৰ্য্য সিদ্ধ কৰাই মোৰ আহাৰ। "আৰু
চাৰি মাহ হলে, ধান দাবৰ সময় হব," এই কথা তোমালোকে নোকোৱা
নে? চোৱা, মই তোমালোকক কওঁ, তোমালোকৰ চকু তুলি পথাৰলৈ
৩৬ চোৱা, এতিয়াও দাবলৈ বগা হৈছে। আৰু যি জনে দায়, সেই
জনে বেচ পায়, আৰু অনন্ত জীৱনলৈ শস্য চপায়; তাতে ধান
কওঁতা, আৰু ধান দাওঁতা, এই দুয়ো একে-লগে আনন্দ কৰে।[1]
৩৭ কিয়নো এজনে বয়, আন জনে দায়, এই কথা ইয়াত সঁচাকৈ খাটিছে।
৩৮ যিহত তোমালোকে শ্ৰম কৰা নাই, তাক দাবলৈ তোমালোকক
পঠালোঁ; আনবিলাকে শ্ৰম কৰিলে, আৰু তোমালোক তেওঁবিলাকৰ
শ্ৰমতে সোমাইছা।

৩৯ পাছে, "মই যি যি কৰিলোঁ, সেই সকলোকে তেওঁ মোক কলে," এনে
সাক্ষ্য দিয়া সেই তিৰোতাৰ কথাৰ কাৰণে, সেই নগৰৰ অনেক চমৰীয়া
৪০ লোকে তেওঁত বিশ্বাস কৰিলে। এতেকে সেই চমৰীয়া লোকবিলাক
তেওঁৰ ওচৰলৈ আহিলত, তেওঁবিলাকৰ লগত থাকিবলৈ তেওঁক
৪১ মিনতি কৰিলে; আৰু তেওঁ তাতে দুদিন থাকিল। তেওঁৰ কথাৰ
কাৰণেও আৰু অনেক লোকে বিশ্বাস কৰি, সেই তিৰোতাক কলে,
৪২ এতিয়া তোমাৰ কথাৰ কাৰণে বিশ্বাস কৰোঁ, এনে নহয়; কিয়নো
আমি নিজে শুনিলোঁ, আৰু দেখিলোঁ, যে, এওঁ সঁচাকৈ জগতৰ ত্ৰাণকৰ্ত্তা।

## এজন ৰাজমেলুৱাইৰ পুতেকক সুস্থ কৰা।

৪৩ সেই দুদিনৰ পাছত, তেওঁ তাৰ পৰা গালীললৈ গল।
৪৪ কিয়নো নিজ দেশত ভাববাদীৰ মৰ্য্যাদা নাই বুলি যীচুৱে নিজে সাক্ষ্য
৪৫ দিছিল। এতেকে তেওঁ গালীললৈ আহিলত, গালীলীয়া লোকবিলাকে
তেওঁক গ্ৰহণ কৰিলে; কাৰণ যিৰূচালেমত পৰ্ব্বৰ সময়ত তেওঁ যি যি
কৰিছিল, সেই সকলোকে তেওঁবিলাকে দেখিছিল; কিয়নো তেওঁবিলাকো
সেই পৰ্ব্বলৈ গৈছিল।

---

[1] ১ কৰি ৩; ৫-৯।

৪৬ য'ত তেওঁ পানীকে দ্ৰাক্ষাৰস কৰিছিল,[1] সেই গালীলৰ কান্না নগৰলৈ
তেওঁ আকৌ আহিল। আৰু কফৰনাহূমত এজন ৰাজমেলুৱাই আছিল ;
৪৭ সেই জনৰ পুতেক নৰিয়াত পৰি আছিল। তেওঁ যিহুদিয়াৰ পৰা গালীললৈ
যীচু অহা শুনিলত, তেওঁৰ উচৰলৈ গল, আৰু তেওঁ যেন আহি তেওঁৰ
পুতেকক আৰোগ্য কৰে, এই মিনতি কৰিলে, কাৰণ সি মৰোঁ মৰোঁ
৪৮ হৈছিল। তেতিয়া যীচুৱে তেওঁক কলে, চিন আৰু অদ্ভুত লক্ষণ নেদেখিলে,
৪৯ তোমালোকে বিশ্বাস নকৰিবা। সেই মেলুৱায়ে তেওঁক কলে, মহাশয়,*
৫০ মোৰ লৰাটি নৌ মৰোঁতেই আহক। যীচুৱে তেওঁক কলে, যোৱা ;
তোমাৰ পুতেৰা বাচিব। যীচুৱে যি কথা তেওঁক কলে, সেই মানুহজনে
৫১ তাক বিশ্বাস কৰি গুচি গল। পাছে নামি যাওঁতেই, তেওঁৰ দাসবিলাকে
তেওঁক লগ পাই কলে যে তেওঁৰ লৰা বাচিল। তেতিয়া
তেওঁ সিহঁতক সুধিলে, সি কেতিয়াৰ পৰা ভাল হবলৈ ধৰিলে ?
তেতিয়া সিহঁতে তেওঁক কলে, কালিৰ সাত বজাৰ সময়ত তেওঁৰ
৫৩ জ্বৰ এৰিলে। সেই ডাঁৰতে যীচুৱে যে কৈছিল, 'তোমাৰ পুতেৰা বাচিব,'
বাপেকে তাকে জানি, তেওঁ নিজে আৰু তেওঁৰ ঘৰৰ সকলোৱে বিশ্বাস
৫৪ কৰিলে। যীচুৱে যিহুদিয়াৰ পৰা গালীললৈ গৈ, আকৌ এই দ্বিতীয়
আচৰিত চিন দেখুৱালে।

## এজন ৰোগীক বিশ্ৰাম-বাৰে সুস্থ কৰা।

৫ ১ তাৰ পাছত যিহুদীবিলাকৰ এটা পৰ্ব্ব উপস্থিত হলত, যীচু
২ যিৰূচালেমলৈ উঠি গল। যিৰূচালেমত মেৰ-ছাগ দুৱাৰৰ ওচৰত পাঁচোটা
৩ চালি-ঘৰ থকা, ইব্ৰী ভাষাত বৈথেচ্‌দা বোলা এটা পুখুৰী আছে।
৫ সেইবোৰত কণা, খোৰা, কোঙা আদি কৰি অনেক ৰুগীয়া মানুহ পৰি
থাকে। তাতে আঠত্ৰিশ বছৰ ধৰি ৰোগত পৰি থকা এটা মানুহ আছিল।
৬ যীচুৱে তাক পৰি থকা দেখি, আৰু বহুদিনৰ ৰুগীয়া হেন
৭ জানি, তাক কলে, তুমি আৰোগ্য হবলৈ ইচ্ছা কৰা নে ? ৰুগীয়াটোৱে
তেওঁক উত্তৰ দিলে, মহাশয়, * যেতিয়া পানীৰ খলক লাগে, তেতিয়া
মোক পুখুৰীত নমাই দিবলৈ মোৰ কোনো মানুহ নাই ; তাতে মই

---

[1] যো ২ ; ১-১১। * (বা) প্ৰভু।

৮ যাওঁতে যাওঁতে, যোৰ আগেয়ে অন্যে নামেগৈ। যীচুৱে তাক কলে,
৯ উঠা, তোমাৰ শয্যা তুলি লৈ যোৱা। তেতিয়াই সেই মানুহটোৱে
আৰোগ্য হল আৰু নিজৰ শয্যা তুলি লৈ গল।
১০ কিন্তু সেই দিনা বিশ্ৰাম-বাৰ। এতেকে যিহুদীবিলাকে আৰোগ্য হোৱা
১১ মানুহটোক কলে, আজি বিশ্ৰাম-বাৰ; শয্যা তুলি নিব নাপায়। কিন্তু
সি তেওঁবিলাকক উত্তৰ দিলে, যি জনে মোক আৰোগ্য কৰিলে, সেই
১২ জনেই মোক কলে, বোলে, 'তোমাৰ শয্যা তুলি লৈ যোৱা'। তেওঁবিলাকে
তাক সুধিলে, 'তুমি লৈ যোৱা' বুলি তোমাক কোৱা মানুহটো কোন?
১৩ কিন্তু তেওঁ কোন, তাক আৰোগ্য হোৱা মানুহটোৱে নাজানিলে; কিয়নো
১৪ সেই ঠাইত এজুম মানুহ থকাত, যীচু আঁতৰি গৈছিল। তাৰ পাছত
যীচুৱে ধৰ্ম্মধামত তাক দেখি কলে, চোৱা, তুমি আৰোগ্য হলা; অধিক
১৫ দুৰ্গতি যেন নহয়, এই নিমিত্তে আৰু পাপ নকৰিবা। সেই
মানুহটো গৈ যিহুদীবিলাকক কলে যি জনে মোক আৰোগ্য কৰিলে,
১৬ তেওঁ যীচু। তেওঁ যে বিশ্ৰাম-বাৰে এইবোৰ কৰ্ম্ম কৰিলে, তাৰ কাৰণে
১৭ যিহুদীবিলাকে যীচুক তাড়না কৰিলে। কিন্তু যীচুৱে তেওঁবিলাকক
এই উত্তৰ দিলে, "মোৰ পিতৃয়ে এতিয়ালৈকে কৰ্ম্ম কৰি আছে, মইও
১৮ কৰি আছোঁ"। তেতিয়া যীচুৱে বিশ্ৰাম-বাৰক অমান্য কৰিলে, অকল
এনে নহয়, তাতকৈয়ো, ঈশ্বৰক তেওঁৰ নিজ পিতৃ বুলি, নিজকে
ঈশ্বৰৰ সমান কৰিলে,[1] এই কাৰণে যিহুদীবিলাকে তেওঁক বধ কৰিবলৈ
আৰু উপায় বিচাৰিলে।
১৯ এই হেতুকে যীচুৱে উত্তৰ দি তেওঁবিলাকক কলে, মই
তোমালোকক অতি সঁচাকৈ কওঁ, পুত্ৰই পিতৃক যি যি কৰ্ম্ম কৰা
দেখে, তাত বাজে, তেওঁ নিজে একো কৰ্ম্ম কৰিব নোৱাৰে; কিয়নো,
২০ সেই জনাই যিহকে কৰে, পুত্ৰয়ো একে দৰে তাকেহে কৰে। কাৰণ,
পিতৃয়ে পুত্ৰক প্ৰীতি কৰে, আৰু নিজে যি যি কৰে, সেই সকলোকে
তেওঁক দেখুৱায়; আৰু তোমালোকে যেন বিস্ময় মানা, এই নিমিত্তে,
২১ ইয়াতকৈয়ো মহৎ মহৎ কৰ্ম্ম তেওঁক দেখুৱাব। কিয়নো পিতৃয়ে যেনেকৈ
মৃতবিলাকক তুলি জীয়ায়, পুত্ৰয়ো যাকে যাকে ইচ্ছা কৰে, তেনেকৈ
২২ তাকে তাকে জীয়ায়।[2] সকলোৱে যেনেকৈ পিতৃক সমাদৰ কৰে,

---

[1] যো ১০ ; ৩০-৩৩। ফিলি ২ ; ৬। [2] লূক ৭ ; ১৪। ৮ ; ৫৪।
যো ১১ ; ২৫, ৪৩।

পুত্ৰকো তেনেকৈ যেন সন্মান কৰে, এই নিমিত্তে পিতৃয়ে নিজে কাৰো
সোধ-বিচাৰ নকৰি, আটাই সোধ-বিচাৰৰ ভাৰ পুত্ৰলৈ শোধাই দিলে।
২৩ যি জনে পুত্ৰক সন্মান নকৰে তেওঁ তেওঁক পঠোৱা পিতৃকো
২৪ সন্মান নকৰে। মই তোমালোকক অতি সঁচাকৈ কওঁ, যি জনে
মোৰ কথা শুনি মোক পঠোৱা জনাত বিশ্বাস কৰে, সেই জনৰ অনন্ত
জীৱন আছে ;[1] আৰু তেওঁ সোধ-বিচাৰলৈ আহিব নালাগে, কিন্তু মৃত্যুৰ
পৰা জীৱনলৈ পাৰ হল।

২৫ মই তোমালোকক অতি সঁচাকৈ কওঁ, যি সময়ত মৃতবিলাকে
ঈশ্বৰৰ পুত্ৰৰ মাত শুনিব, আৰু যিবিলাকে শুনে, তেওঁবিলাক জীব,
২৬ এনে সময় আহিছে, এতিয়াও হৈছে। কিয়নো পিতৃৰ যেনেকৈ নিজতে
২৭ জীৱন আছে, পুত্ৰৰো তেনেকৈ নিজতে জীৱন থাকিবলৈ দিলে ; আৰু
মানুহৰ পুত্ৰ হোৱাৰ কাৰণে, সোধ-বিচাৰ কৰিবলৈকো তেওঁক ক্ষমতা
২৮ দিলে।[2] তোমালোকে ইয়াত বিস্ময় নামানিবা ; কিয়নো যি সময়ত
মৈদামত থকা সকলোৱে তেওঁৰ মাত শুনি, সৎকৰ্ম্ম কৰাবিলাক
২৯ জীৱনৰ পুনৰুত্থানলৈ, আৰু কুকৰ্ম্ম কৰাবিলাক সোধ-বিচাৰৰ
পুনৰুত্থানলৈ ওলাব,[3] সেই সময় আহিছে।

৩০ মই নিজৰ পৰা একো কৰিব নোৱাৰোঁ ; যেনেকৈ শুনিছোঁ, তেনেকৈ
সোধ-বিচাৰ কৰিছোঁ ; আৰু মোৰ সোধ ন্যায় ; কিয়নো মই নিজ
৩১ ইচ্ছালৈ নিচিন্তি, মোক পঠোৱা জনাৰ ইচ্ছালৈহে চিন্তো। মই নিজৰ
৩২ বিষয়ে যদি নিজে সাক্ষ্য দিওঁ, তেন্তে মোৰ সাক্ষ্য সঁচা নহয়। কিন্তু
মোৰ বিষয়ে সাক্ষ্য দিওঁতা আন এজনা আছে ; আৰু তেওঁ মোৰ বিষয়ে
৩৩ যি সাক্ষ্য দিয়ে, সেই সাক্ষ্য সঁচা বুলি জানো। তোমালোকে যোহনৰ
৩৪ ওচৰলৈ মানুহ পঠালত, তেওঁ সত্যতাৰ পক্ষে সাক্ষ্য দিলে। কিন্তু
মই যি সাক্ষ্য গ্ৰহণ কৰোঁ, সেয়ে মানুহৰ পৰা নহয় ; তথাপি
মই এই কথা কৈছোঁ, যেন তোমালোকে পৰিত্ৰাণ পোৱা,
৩৫ সেই যোহন জ্বলি থকা দীপ্তিমন্ত প্ৰদীপ আছিল ; আৰু তোমালোকে
৩৬ অলপ সময় তেওঁৰ পোহৰতে আনন্দ কৰিবলৈ ইচ্ছুক আছিলা। কিন্তু

---

[1] যো ৩ ; ১৬, ১৮। ২০ ; ৩১। ১ যো ৫ ; ১১-১৩

[2] পাঁ ১০ ; ৪২। ১৭ ; ৩১। [3] দা ১২ ; ২। মথি ২৫ ; ৩১-৩৩, ৪৬
১ থি ৪ ; ১৬। প্ৰ ২০ ; ১১-১৫।

মোৰ যি সাক্ষ্য আছে, সি যোহনৰ সাক্ষ্যতকৈ গুৰুতৰ; কিয়নো
পিতৃয়ে যি যি কৰ্ম্ম মোক সিদ্ধ কৰিবলৈ দিলে, মই কৰা সেই সেই
৩৭ কৰ্ম্মই মোৰ বিষয়ে, পিতৃয়ে মোক পঠোৱাৰ সাক্ষ্য দিছে। আৰু যি
পিতৃয়ে মোক পঠালে, তেৱোঁ মোৰ বিষয়ে সাক্ষ্য দিলে। তেওঁৰ
মাত তোমালোকে কোনো কালে শুনা নাই, তেওঁৰ ৰূপো দেখা নাই।
৩৮ আৰু তেওঁৰ বাক্য তোমালোকৰ অন্তৰত নাথাকে; কিয়নো যি জনক
৩৯ তেওঁ পঠালে, সেই জনত তোমালোকে বিশ্বাস নকৰা। তোমালোকে
ধৰ্ম্ম-শাস্ত্ৰৰ কথা বিচাৰ চোৱা; কিয়নো সেই শাস্ত্ৰত তোমালোকৰ অনন্ত
জীৱন আছে বুলি ভাবা; আৰু সেই শাস্ত্ৰই মোৰ বিষয়ে সাক্ষ্য দিছে;
৪০ তথাপি তোমালোকে জীৱন পাবৰ নিমিত্তে, মোৰ ওচৰলৈ আহিবলৈ
৪১,৪২ ইচ্ছা নকৰা। মই মানুহৰ পৰা মৰ্য্যাদা নলওঁ। কিন্তু মই
তোমালোকক জানো, যে, তোমালোকৰ অন্তৰত ঈশ্বৰৰ প্ৰেম নাই।
৪৩ মই মোৰ পিতৃৰ নামেৰে আহিছোঁ, তথাপি তোমালোকে মোক গ্ৰহণ
নকৰা; আন কোনো যদি নিজৰ নামেৰে আহে, তোমালোকে তাক
৪৪ গ্ৰহণ কৰিবা। যি মৰ্য্যাদা একে জনা ঈশ্বৰৰ পৰা হয়, তাক নিবিচাৰি,
ইজনৰ সিজনৰ পৰা মৰ্য্যাদা লৈ, তোমালোকে কেনেকৈ বিশ্বাস কৰিব
৪৫ পাৰিবা?[১] মই পিতৃৰ আগত তোমালোকৰ অপবাদ দিম, এনে
নাভাবিবা; যি জনত ভাৰসা কৰিছা, সেই মোচিহে তোমালোকৰ
৪৬ অপবাদ দিওঁতা। তোমালোকে মোচিত বিশ্বাস কৰা হলে, মোতো
৩৭ বিশ্বাস কৰিলাহেঁতেন; কিয়নো তেওঁ মোৰ বিষয়ে লিখিলে।[২] কিন্তু
তেওঁৰ লিখা কথা যদি বিশ্বাস নকৰা, তেন্তে মোৰ মুখৰ কথা কেনেকৈ
বিশ্বাস কৰিবা?

পাঁচ হাজাৰ মানুহক খুওৱা।

৬ ১ তাৰ পাছত যীচু গালীল সাগৰ, অৰ্থাৎ তিবিৰিয়া সাগৰৰ
২ সিপাৰলৈ গল। আৰু বৰ এজুম মানুহ তেওঁৰ পাছে পাছে গল, কাৰণ,
তেওঁবিলাকে তেওঁ ৰোগীবিলাকত কৰা আচৰিত কাৰ্য্যবিলাক দেখিছিল।
৩ যীচুয়ে পৰ্ব্বতত উঠিল, আৰু সেই ঠাইতে শিষ্যবিলাকেৰে সৈতে বহিল।

---

[১] যো ১২ ; ৪৩। [২] আ ৩ ; ১৫। ১২ ; ৩। ৪৯ ; ১০। দ্বিঃ বিঃ
১৮ ; ১৫,১৮।

৪,৫ তেতিয়া যিহূদীবিলাকৰ নিস্তাৰ-পৰ্ব্ব ওচৰ হল। এনেতে যীচুৱে চকু
তুলি চাই, বৰ এজুম মানুহ নিজৰ ওচৰলৈ অহা দেখি, ফিলিপক
সুধিলে, এইবিলাকে খাবলৈ, আমি আহাৰ ক'ত কিনিবলৈ পাম ?
৬ এই কথা তেওঁক পৰীক্ষা কৰিবলৈ তেওঁ কলে; কিয়নো তেওঁ কি
৭ কৰিব, তাক তেওঁ নিজে জানিছিল। ফিলিপে তেওঁক উত্তৰ দিলে,
ইহঁতৰ একোটাই গাইপতি যদি অলপকৈয়ো পায়, তথাপি দুশ টকাৰ
৮ পিঠা হলেও নুজুৰিব। চিমোন পিতৰৰ ভায়েক আন্দ্ৰিয় নামেৰে
৯ তেওঁৰ শিষ্যবিলাকৰ এজনে তেওঁক কলে, ইয়াত এনে এটি লৰা
আছে, যাৰ পাঁচোটা যৱৰ পিঠা আৰু দুটা সৰু মাছ আছে, কিন্তু
১০ ইমানবিলাক মানুহৰ মাজত সেয়ে কি হব ? যীচুৱে কলে, মানুহ-
বিলাকক বহিবলৈ দিয়া। সেই ঠাইতে ভালেমান ঘাঁহ আছিল। তাতে
১১ সংখ্যাত প্ৰায় পাঁচ হাজাৰমান মানুহ বহিল। তাতে যীচুৱে সেই পিঠা লৈ,
ধন্যবাদ কৰি, বহাবিলাকক ভাগ কৰি দিলে; আৰু খোজেমানে
১২ মাছকো দিলে। পাছে তেওঁবিলাক তৃপ্ত হলত, তেওঁ শিষ্যবিলাকক
কলে, ইয়াৰ একো যেন নষ্ট নহয়, এই নিমিত্তে ভঙা পিঠাৰ অৱশেষ-
১৩ খিনি চপাই লোৱা। তেতিয়া তেওঁবিলাকে সেই পাঁচোটা যৱৰ পিঠাৰ
পৰা খোৱাবিলাকলৈ অৱশিষ্ট থকা ভঙা পিঠাখিনি চপাই, বাৰটা পাচি
১৪ পূৰ কৰিলে। তেওঁ দেখুউৱা এই আচৰিত চিন দেখি, সেই মানুহ-
বিলাকে কোৱাকুই কৰিলে, নিশ্চয়ে এওঁৱেই জগতলৈ আহিব লগা[1]
সেই ভাববাদী।

১৫ এতেকে তেওঁক ৰজা পাতিবৰ নিমিত্তে, মানুহবিলাকে আহি
তেওঁক ধৰি নিবলৈ উদ্যত হৈছে বুলি, যীচুৱে জানি, অকলশৰে
আকৌ পৰ্ব্বতলৈ আঁতৰি গল।

পানীৰ ওচৰত খোজ কঢ়া।

১৬ পাছে সন্ধ্যা হলত,[2] শিষ্যবিলাক সাগৰৰ তীৰলৈ গৈ নাৱত উঠি,
১৭ কফৰনাহূম নগৰৰ ফাললৈ পাৰ হৈ আহিবলৈ ধৰিলে। তেতিয়া
১৮ আন্ধাৰ হলতো, যীচু তেওঁবিলাকৰ ওচৰলৈ অহা নাই। আৰু বৰ

---

[1] দ্বিঃ বিঃ ১৮ ; ১৫, ১৮। মথি, ১১ ; ৩। লূক ৭ ; ১৯, ২০। যো
৭ ; ৪০। [2] মথি ১৪ ; ৩৩,৩৪। মাৰ্ক ৬ ; ৪৫-৫২।

বতাহ বলাত, সাগৰত ঢৌ উঠিছিল। যেতিয়া তেওঁবিলাকে বাই বাই
১৯ তিনি চাৰি মাইলমান বাট গল, তেতিয়া যীচুক সাগৰৰ ওপৰত খোজ
কাঢ়ি নাৱৰ ওচৰলৈ অহা দেখিলে। তেওঁবিলাকৰ ভয় লাগিল, কিন্তু
২০ তেওঁ তেওঁবিলাকক কলে, মইহে, ভয় নকৰিবা। তাতে তেওঁবিলাকে
২১ তেওঁক নাৱত গ্ৰহণ কৰিবলৈ ইচ্ছুক হৈছিল ; আৰু যি ঠাইলৈ যাত্ৰা
কৰিছিল, নাও তেতিয়াই সেই ঠাই পালেগৈ।

## স্বৰ্গীয় আহাৰৰ বিষয়ে শিক্ষা।

২২ পাছদিনা সিপাৰে থকা মানুহবিলাকে দেখিলে, যে, এখন নাৱত
বাজে সেই ঠাইত আন নাও নাছিল, আৰু যীচু শিষ্যবিলাকেৰে সৈতে
২৩ সেই নাৱত উঠা নাছিল, অকল শিষ্যবিলাকহে গৈছিল ; (কিন্তু তিবিৰিয়াৰ
পৰা আন আন নাও আহি, যি ঠাইত প্ৰভুৱে ধন্যবাদ কৰাৰ পাছত,
২৪ মানুহবিলাকে পিঠা খাইছিল, সেই ঠাইৰ ওচৰ পালেহি।) এতেকে যীচু
সেই ঠাইত নাই, শিষ্যবিলাকো নাই, ইয়াকে দেখি, সেই মানুহবিলাকে
নাৱত উঠি, যীচুক বিচাৰি কফৰনাহূমলৈ আহিল।
২৫ আৰু তেওঁবিলাকে সাগৰৰ ইপাৰে তেওঁক দেখা পাই তেওঁক কলে,
ৰব্বি, আপুনি ইয়ালৈ কেতিয়া আহিল? যীচুৱে তেওঁবিলাকক উত্তৰ
দি কলে, মই তোমালোকক অতি সঁচাকৈ কওঁ, আচৰিত চিন
দেখাৰ কাৰণে নহয়, পিঠা খাই তৃপ্ত হোৱাৰ কাৰণেহে মোক বিচাৰিছা।
২৭ ক্ষয়নীয় আহাৰৰ কাৰণে শ্ৰম নকৰিবা ; কিন্তু অনন্ত জীৱনলৈকে যি
আহাৰ থাকে, তাৰ নিমিত্তে শ্ৰম কৰা। সেই আহাৰ মানুহৰ পুত্ৰই
তোমালোকক দিব ; কিয়নো পিতৃ, অৰ্থাৎ ঈশ্বৰে তেওঁক মোহৰ
২৮ মাৰিলে।[1] তেতিয়া তেওঁবিলাকে তেওঁক সুধিলে, ঈশ্বৰৰ মনোনীত
২৯ কৰ্ম্ম কৰিবলৈ আমি কি কৰিব লাগে? যীচুৱে উত্তৰ দি তেওঁ-
বিলাকক কলে, ঈশ্বৰে যি জনক পঠালে, তেওঁত বিশ্বাস কৰাই ঈশ্বৰৰ
৩০ মনোনীত কৰ্ম্ম।[2] এনেতে তেওঁবিলাকে তেওঁক কলে, আমি দেখিয়েই
তোমাত বিশ্বাস কৰিবলৈ, তুমি কি চিন দেখুৱাইছা? কি কৰ্ম্ম কৰিছা?
৩১ আমাৰ পিতৃবিলাকে অৰণ্যৰ মাজত মান্না খাবলৈ পাইছিল ;

---

[1] মথি ৩ ; ১৭। ১৭ ; ৫। পাঁ ২ ; ২২। ২ পি ১ ; ১৭।
[2] ১ যো ৩ ; ২৩।

যেনেকৈ লিখা আছে,[1] তেওঁ তেওঁবিলাকক স্বৰ্গৰ পৰা খাবলৈ আহাৰ
৩২ দিলে। তাতে যীচুৱে তেওঁবিলাকক কলে, মই তোমালোকক অতি
সঁচাকৈ কওঁ, তোমালোকক স্বৰ্গৰ পৰা আহাৰ দিয়া জনা মোচি
নহয়; কিন্তু স্বৰ্গৰ পৰা প্ৰকৃত আহাৰ মোৰ পিতৃয়েহে তোমালোকক
৩৩ দিয়ে। কিয়নো যি আহাৰে স্বৰ্গৰ পৰা নামি, জগতকে জীৱন দিয়ে,
৩৪ সেয়েই ঈশ্বৰে দিয়া আহাৰ। তাতে তেওঁবিলাকে তেওঁক কলে, হে প্ৰভু,
সেই আহাৰ আমাক সদায় দিয়ক।

৩৫ যীচুৱে তেওঁবিলাকক কলে, জীৱন দিওঁতা আহাৰ ময়েই; যি
জন মোৰ ওচৰলৈ আহে, তাৰ কোনোমতেও ভোক নালাগিব;
আৰু যি জনে মোত বিশ্বাস কৰে, তাৰ কেতিয়াও পিয়াহ নালাগিব।
৩৬ কিন্তু মই তোমালোকক কলোঁ, মোক দেখিও তোমালোকে বিশ্বাস
৩৭ নকৰা। পিতৃয়ে মোক যিবিলাকক দিছে, সেই সকলোৱেই মোৰ ওচৰলৈ
আহিব; আৰু মোৰ ওচৰলৈ অহা জনক মই কোনোমতে খেদাই
৩৮ নিদিওঁ। কিয়নো মই নিজ বাঞ্ছা পূৰ কৰিবলৈ নহয়, মোক পঠোৱা
৩৯ জনাৰহে বাঞ্ছা পূৰ কৰিবলৈ স্বৰ্গৰ পৰা নামি আহিছোঁ। মোক
পঠোৱা জনাৰ বাঞ্ছা এই, যে, তেওঁ মোক যি সকলো দিলে, তাৰ
৪০ একোকে নেহেৰুৱাই, শেষৰ দিনা যেন তাক তোলোঁ। কিয়নো মোৰ
পিতৃৰ বাঞ্ছা এই, যে, যি কোনোৱে পুত্ৰক দেখি, তেওঁত বিশ্বাস
কৰে, সি যেন অনন্ত জীৱন পায়; আৰু শেষৰ দিনা মই তাক
তুলিম।

৪১ "স্বৰ্গৰ পৰা নমা আহাৰ ময়েই"; তেওঁ এই কথা কোৱাৰ কাৰণে
৪২ যিহুদীবিলাকে তেওঁৰ বিষয়ে বোলমাত কৰি কলে, যোচেফৰ পুত্ৰেক
যীচু, যাৰ মাক-বাপেকক আমি জানো, এওঁ সেই জন নহয় নে?
তেন্তে স্বৰ্গৰ পৰা নামি আহিছোঁ, এই কথা এতিয়া কেনেকৈ কয়?
৪৩ যীচুৱে উত্তৰ দি তওঁবিলাকক কলে, ইটোৱে সিটোৱে বোলমাত নকৰিবা।
৪৪ মোক পঠোৱা পিতৃয়ে আকৰ্ষণ নকৰিলে, কোনেও মোৰ ওচৰলৈ আহিব
৪৫ নোৱাৰে; আৰু শেষৰ দিনা মই তাক তুলিম। তেওঁবিলাক সকলোৱে
ঈশ্বৰৰ পৰা শিক্ষা পোৱা হব, বুলি ভাববাদীবিলাকৰ পুস্তকত লিখা
আছে।[2] পিতৃৰ পৰা শুনি শিক্ষা পোৱা প্ৰতিজন মোৰ ওচৰলৈ

---

[1] যা ১৬; ১৫। নহি ৯; ১৫। গীত ৭৮; ২৪; ২৫।
[2] যিচ ৫৪; ১৩।

৪৬ আছে। কোনোৱে যে পিতৃক দেখিলে, এনে নহয়, কেৱল যি জন
৪৭ ঈশ্বৰৰ পৰা হয়, তেৱেঁইহে পিতৃক দেখিলে। মই তোমালোকক অতি
সঁচাকৈ কওঁ, যি জনে বিশ্বাস কৰে, সেই জনৰ অনন্ত জীৱন আছে।
৪৮,৪৯ জীৱন দিওঁতা আহাৰ ময়েই। তোমালোকৰ পিতৃবিলাকে
৫০ অৰণ্যত মান্না খায়ো মৰিল; মানুহে খাই নমৰিবৰ নিমিত্তে, স্বৰ্গৰ
৫১ পৰা নমা আহাৰ এই। স্বৰ্গৰ পৰা নমা জীৱনময় আহাৰ ময়েই।
যদি কোনোৱে এই আহাৰ খায়, তেন্তে সি সদায় জীব; আৰু যি আহাৰ
জগতৰ জীৱনৰ নিমিত্তে মই দিম, সেয়ে মোৰ মাংস।
৫২ তাতে যিহুদীবিলাকে ইটোৱে সিটোৱে তৰ্ক-বিতৰ্ক কৰি কলে, আমি
খাবৰ নিমিত্তে এই মানুহে নিজৰ মাংস আমাক কেনেকৈ দিব পাৰে?
৫৩ যীচুৱে তেওঁবিলাকক কলে, মই তোমালোকক অতি সঁচাকৈ কওঁ,
মানুহৰ পুত্ৰৰ মাংস নাখালে, আৰু তেওঁৰ তেজ পান নকৰিলে,
৫৪ তোমালোকৰ নিজত জীৱন নাই। যি জনে মোৰ মাংস খায়, আৰু
মোৰ তেজ পান কৰে, সেই জনৰ অনন্ত জীৱন আছে, আৰু শেষৰ
৫৫ দিনা মই তাক তুলিম। কিয়নো মোৰ মাংসই প্ৰকৃত আহাৰ
৫৬ আৰু মোৰ তেজেই প্ৰকৃত পেয়। যি জনে মোৰ মাংস খায়, আৰু
মোৰ তেজ পান কৰে, সেই জনে মোত নিবাস কৰে, মইও তাত
৫৭ নিবাস কৰোঁ।[1] জীৱনময় পিতৃয়ে যেনেকৈ মোক পঠালে, আৰু মই
পিতৃৰ দ্বাৰাই জীওঁ, তেনেকৈ যি জনে মোক খায়, সেই জনো মোৰ
৫৮ দ্বাৰাই জীব। স্বৰ্গৰ পৰা নমা আহাৰ এয়েই। পিতৃবিলাকে
যেনেকৈ খায়ো মৰিল, তাৰ নিচিনা নহয়; যি জনে এই আহাৰ
৫৯ খায়, সেই জন সদায় জীব। কফৰনাহূমত উপদেশ দিয়া সময়ত, তেওঁ
এইবোৰ কথা নাম-ঘৰত কলে।

অনেক লোকৰ বিঘিনি, কিন্তু কোনো কোনোৰ দৃঢ় বিশ্বাস।

৬০ তাতে তেওঁৰ শিষ্যবিলাকৰ মাজৰ অনেকে এই কথা শুনি কলে,
৬১ ই বৰ টান কথা; ইয়াক কোনে শুনিব পাৰে? তেওঁৰ শিষ্যবিলাকে
এনে বোলমাত কৰে, তাক যীচুৱে নিজে মনতে জানি, তেওঁবিলাকক
৬২ কলে, এই কথাই তোমালোকৰ বিঘিনি জন্মাইছে নে? তেন্তে মানুহৰ

[1] ১ যো ৩ ; ২৪। ৪ ; ১৫, ১৬।

৬৩ পুত্ৰক আগৰ থকা ঠাইলৈ উঠা দেখিলে, কি কৰা? আত্মাহে
জীৱন দিওঁতা, মাংস একো উপকাৰী নহয়; মই তোমালোকক যিবোৰ
৬৪ কথা কৈছোঁ, সেই কথাই আত্মা আৰু জীৱন। কিন্তু তোমালোকৰ
৬৪ মাজত কোনো কোনো অবিশ্বাসী আছে। কিয়নো কোনে কোনে
বিশ্বাস নকৰে, আৰু কোনে তেওঁক শত্ৰুৰ হাতত শোধাই দিব, তাক
৬৫ যীচুৱে আদিৰে পৰা জানি আছিল। তেওঁ আৰু কলে, এই নিমিত্তে
মই তোমালোকক কৈছিলোঁ, পিতৃৰ পৰা দিয়া নহলে কোনেও মোৰ
ওচৰলৈ আহিব নোৱাৰে।

৬৬ তাৰে পৰা তেওঁৰ অনেক শিষ্য উলটি গৈ, তেওঁৰ লগত আৰু
৬৭ অহা-যোৱা নকৰিলে। এতেকে যীচুৱে বাৰ জন শাঁচনিক কলে,
৬৮ তোমালোকো যাবলৈ ইচ্ছা কৰা নে? চিমোন পিতৰে তেওঁক উত্তৰ
দিলে, হে প্ৰভু, আমি কাৰ ওচৰলৈ যাম? অনন্ত জীৱনৰ কথা
৬৯ আপোনাৰহে। আৰু আপুনি যে ঈশ্বৰৰ পবিত্ৰ জনা, ইয়াকে আমি
৭০ বিশ্বাস কৰি জানিছোঁ। যীচুৱে তেওঁবিলাকক উত্তৰ দিলে, মই
তোমালোক বাৰ জনক মনোনীত কৰা নাই নে? কিন্তু তোমা-
৭১ লোকৰ মাজতো এজন দিয়াবল আছে। ঈষ্কৰিয়োতীয়া চিমোনৰ
পুত্ৰ যিহূদাৰ বিষয়ে তেওঁ এই কথা কলে; কিয়নো বাৰ জনৰ মাজৰ
যিটোৱে তেওঁক শত্ৰুৰ হাতত শোধাই দিব, সেইটোৱেই সি।

### যিৰূচালেমত যীচুৰ উপদেশ। তেওঁক ধৰিবলৈ উপায় বিচৰা।

৭ ১ তাৰ পাছত, যিহূদীবিলাকে তেওঁক বধ কৰিবলৈ উপায় বিচৰাত,
২ যীচুৱে যিহূদিয়াত ফুৰিবলৈ ইচ্ছা নকৰি, গালীলত ফুৰিলে। সেই
৩ সময়ত, যিহূদীবিলাকৰ পঁজা-পৰ্ব্ব[1] ওচৰ হলত, তেওঁৰ ভায়েকবিলাকে
তেওঁক কলে, তুমি যি যি কৰ্ম্ম কৰিছা, তোমাৰ শিষ্যবিলাকেও যেন
সেইবোৰ দেখে, এই নিমিত্তে এই ঠাই এৰি, যিহূদিয়ালৈ যোৱা।
৪ কিয়নো নিজে প্ৰখ্যাত হব খুজিলে, কোনেও গুপুতে কৰ্ম্ম নকৰে।
৫ যদি এইবোৰ কৰ্ম্ম কৰা, তেন্তে নিজকে জগতলৈ দেখুউৱা। কাৰণ
৬ তেওঁৰ ভায়েকবিলাকেও তেওঁত বিশ্বাস নকৰিছিল।[2] এতেকে যীচুৱে তেওঁ-
বিলাকক কলে, মোৰ সময় এতিয়াঁলৈকে হোৱা নাই, কন্তু তোমালোকৰ

[1] লে ২৩; ৩৪-৪৩। [2] মাৰ্ক ৩; ২১।

৭ সময় সদায় হৈ আছে। জগতে তোমালোকক ঘিণাব নোৱাৰে;
মোকেহে ঘিণ কৰে; কিয়নো তাৰ কৰ্ম্ম মন্দ বুলি মই তাৰ
৮ বিষয়ে সাক্ষ্য দিছোঁ। তোমালোক এই পৰ্ব্বলৈ যোৱা; মই এতিয়া এই
পৰ্ব্বলৈ নাযাওঁ; কিয়নো মোৰ সময় এতিয়ালৈকে পূৰ হোৱা নাই।
৯ তেওঁবিলাকক এই কথা কৈ, তেওঁ গালীলতে থাকিল।
১০ কিন্তু তেওঁৰ ভায়েকবিলাক সেই পৰ্ব্বলৈ গলত, পাছে তেৱোঁ
১১ প্ৰকাশ্যকৈ নহয়, প্ৰায় গুপুতে গল। তাতে পৰ্ব্বৰ মাজত যিহুদী-
১২ বিলাকে তেওঁক বিচাৰি সুধিলে, সেই জন ক'ত আছে? আৰু
মানুহবিলাকৰ মাজত তেওঁৰ কথাত অনেক ফুস-ফুস লাগিল,
কোনো কোনোৱে কলে, তেওঁ ভাল মানুহ; আন কোনোৱে কলে,
১৩ নহয়, মানহক ভুলাইছেহে। কিন্তু যিহুদীবিলাকৰ ভয়ত কোনেও
তেওঁৰ বিষয়ে প্ৰকাশ্যকৈ কথা কোৱা নাই।
১৪ কিন্তু যেতিয়া পৰ্ব্বৰ মাজ সময় হল, তেতিয়া যীচুৱে ধৰ্ম্মধামলৈ গৈ
১৫ উপদেশ দিবলৈ ধৰিলে। তাতে যিহুদীবিলাকে বিস্ময় মানি কলে,
১৬ এওঁ নিশিকাকৈ জ্ঞান-বিদ্যা কেনেকৈ জানিলে? তাতে যীচুৱে উত্তৰ
দি তেওঁবিলাকক কলে, এই উপদেশ মোৰ নিজৰ নহয়, মোক পঠোৱা
১৭ জনাৰহে। যদি কোনোৱে তেওঁৰ ইচ্ছা পালন কৰিবলৈ মনস্থ কৰে,
তেন্তে এই উপদেশ ঈশ্বৰৰ পৰা হয়, বা মই নিজৰ পৰা কওঁ, তেওঁ
১৮ তাক জানিব। যি জনে নিজৰ পৰা কয়, তেওঁ নিজৰ মৰ্য্যাদা বিচাৰে;
কিন্তু যি জনে পঠোৱা জনাৰ মৰ্য্যাদা বিচাৰে, তেওঁ সত্য, আৰু তেওঁত
১৯ একো অধৰ্ম্ম নাই। মোচিয়ে তোমালোকক বিধান দিয়া নাই নে,
তোমালোকৰ কোনেও যে সেই বিধান পালন নকৰে? মোক বধ
২০ কৰিবলৈ কিয় উপায় বিচাৰিছাইক? মানুহবিলাকে উত্তৰ দিলে, তুমি
ভুতে পোৱা। তোমাক নো কোনে বধ কৰিবলৈ উপায় বিচাৰিছে?
২১ যীচুৱে উত্তৰ দি তেওঁবিলাকক কলে, মই এটা কৰ্ম্ম কৰিলোঁ[1],
২২ তাতে তোমালোকে সকলোৱে বিস্ময় মানিছা। মোচিয়ে তোমালোকক
চুন্নৎ কৰাৰ ৰীতি দিলে (সেয়ে যে মোচিৰ পৰা হৈছে, এনে নহয়,
ওপৰ-পুৰুষবিলাকৰ পৰাহে;[2]) তাতে বিশ্ৰাম-বাৰতো মানুহৰ চুন্নৎ
২৩ কৰাইক। এই হেতুকে মোচিৰ বিধানৰ উল্লঙ্ঘন নহবলৈ তোমালোকে
যদি বিশ্ৰাম-বাৰে মানুহৰ চুন্নৎ কৰা, তেন্তে, মই যে বিশ্ৰাম-বাৰে এটা

---

[1] যো ৫ ; ১-৯।   [2] আ ১৭ ; ১০।

মানুহক গোটেইটো আৰোগ্য কৰিলোঁ, তাৰ কাৰণে তোমালোকে মোলৈ খং
২৪ কৰিছা নে? ওপৰে ওপৰে চাই দোষ-বিচাৰ নকৰি, ন্যায়-বিচাৰ কৰাইক।
২৫ তাতে যিৰূচালেমৰ কোনোবোৰে কলে, তেওঁবিলাকে যি জনক
২৬ বধ কৰিবলৈ উপায় বিচাৰে, সেই জন এওঁ নহয় নে? কিন্তু চোৱা,
এওঁ প্ৰকাশৰূপে কথা কৈছে, তথাপি তেওঁবিলাকে এওঁক একো নকয়।
এয়েঁই খ্ৰীষ্ট হয় বুলি শাসনকৰ্ত্তাবিলাকে সঁচাকৈ জানিছে নে কি?
২৭ কিন্তু এওঁ ক'ৰ পৰা হয়, তাক আমি জানো; কিন্তু খ্ৰীষ্ট আহিলে,
২৮ তেওঁ ক'ৰ পৰা হয়, তাক কোনেও নাজানিব। তাতে যীচুৱে ধৰ্ম্মধামত
বৰ মাতেৰে উপদেশ দি কলে, তোমালোকে মোক জানা, আৰু ক'ৰ
পৰা হলোঁ, তাকো জানা; মই নিজ ইচ্ছাৰে অহা নাই, কিন্তু যি
২৯ জনাই মোক পঠালে, তেওঁ সত্য; তেওঁক তোমালোকে নাজানা। মই
হলে তেওঁক জানো;[1] কিয়নো মই তেওঁৰ পৰা হলোঁ, আৰু তেয়েঁই মোক
৩০ পঠালে। তাতে সিহঁতে তেওঁক ধৰিবলৈ উপায় বিচাৰিলে; তথাপি
কোনেও তেওঁৰ গাত হাত নিদিলে; কিয়নো তেতিয়ালৈকে তেওঁৰ
৩১ সময় হোৱা নাই। কিন্তু লোকসমূহৰ অনেকে তেওঁত বিশ্বাস কৰি
কলে, যেতিয়া খ্ৰীষ্ট আহিব, এই মানুহে দেখুউৱা চিনতকৈ জানো তেওঁ
অধিক আচৰিত চিন দেখুৱাব?
৩২ লোকসমূহে তেওঁৰ বিষয়ে এনে ফুস্-ফুস্ কৰা, ফৰীচীবিলাকে
শুনি, প্ৰধান পুৰোহিত আৰু ফৰীচীবিলাকে তেওঁক ধৰিবলৈ টেকেলা-
৩৩ বোৰক পঠাই দিলে। তাতে যীচুৱে কলে, মই আৰু অলপ কাল
তোমালোকৰ লগত থাকি, মোক পঠোৱা জনাৰ ওচৰলৈ যাওঁ।
৩৪ তোমালোকে মোক বিচাৰিবা, কিন্তু নাপাবা; আৰু মই যি ঠাইত
৩৫ থাকিম, তোমালোকে তালৈ যাবও নোৱাৰিবা। তাতে যিহুদীবিলাকে
ইটোৱে সিটোক কলে, আমি যে তেওঁক বিচাৰি নাপাম, তেওঁ নো ক'লৈ
যাব? গ্ৰীকবিলাকৰ মাজত গোট গোট হোৱা লোকৰ ওচৰলৈ গৈ,
৩৬ গ্ৰীকবিলাকক উপদেশ দিব নে কি? তেওঁ যে কৈছে, মোক বিচাৰিবা,
কিন্তু নাপাবা, আৰু মই যি ঠাইত থাকিম, তালৈ যাব নোৱাৰিবা,
এইটো নো কি কথা?
৩৭ পাছে পৰ্ব্বৰ শেষ দিনা, অৰ্থাৎ প্ৰধান দিনা, যীচুৱে থিয় হৈ,
বৰ মাতেৰে কলে, কোনো মানুহৰ যদি পিয়াহ লাগে, তেওঁ মোৰ

[1] মথি ১১ ; ২৭। যো ১০ ; ১৫।

৩৮ ওচৰলৈ আহি পান কৰক।[1] যি কোনোৱে মোত বিশ্বাস কৰে,
ধৰ্ম্ম-শাস্ত্ৰই কোৱাৰ দৰে, তেওঁৰ অন্তৰৰ পৰা জীৱনময় জলৰ নৈবোৰ
৩৯ বাহিৰ হৈ বৈ যাব। তেওঁত বিশ্বাস কৰাবিলাকে যে আত্মা পাব
তাৰ অৰ্থে তেওঁ এই কথা কলে; কিয়নো তেতিয়ালৈকে আত্মা দিয়া
নাছিল; কাৰণ তেতিয়ালৈকে যীচু মহিমান্বিত হোৱা নাই।
৪০ এই সকলো কথা শুনি, লোকসমূহৰ কোনো কোনোৱে কলে,
সঁচাকৈ এওঁ সেই ভাববাদী।[2] কোনোবিলাকে কলে, এওঁ খ্ৰীষ্ট।
৪১ কিন্তু কেতবিলাকে কলে, খ্ৰীষ্ট জানো গালীলৰ পৰা ওলাব?
৪২ খ্ৰীষ্ট দায়ূদৰ বংশ, আৰু দায়ূদ থকা বৈৎলেহম গাৱঁৰ পৰা ওলাব বুলি,
৪৩ ধৰ্ম্ম-শাস্ত্ৰই কোৱা নাই নে?[3] এইদৰে, তেওঁৰ বিষয়ে লোকসমূহৰ
৪৪ মাজত ভাগ ভাগ হল। আৰু কেতবোৰে তেওঁক ধৰিবলৈ ইচ্ছা কৰিছিল;
তথাপি কোনেও তেওঁৰ গাত হাত নিদিলে।
৪৫ তাতে টেকেলাবোৰ, প্ৰধান পুৰোহিত আৰু ফৰীচীবিলাকৰ ওচৰলৈ
আহিলত, তেওঁবিলাকে সিহঁতক সুধিলে, 'কি কাৰণে তাক নানিলি'?
৪৬ টেকেলাবোৰে উত্তৰ দিলে, 'সেই জনৰ দৰে মানুহে কেতিয়াও কথা
৪৭ কোৱা নাই।' তাতে ফৰীচীবিলাকে উত্তৰ দিলে, তহঁতো ভোল গলি
৪৭ নে কি? শাসনকৰ্ত্তা বা ফৰীচীবিলাকৰ মাজৰ কোনোৱে জানো তাত
৪৯ বিশ্বাস কৰিলে? কিন্তু বিধান নজনা এই লোকসমূহ শাও পোৱা
৫০ হয়। তেওঁবিলাকৰ মাজৰ যি এজন আগেয়ে তেওঁৰ ওচৰলৈ গৈছিল,[4]
৫১ সেই নীকদীমে তেওঁবিলাকক কলে, প্ৰথমে মানুহৰ কথা নুশুনিলে,
আৰু তাৰ কৰ্ম্ম নাজানিলে, আমাৰ বিধানে তাক দোষী কৰে নে?
৭২ তাতে তেওঁবিলাকে উত্তৰ দি তেওঁক কলে, তুমি গালীলৰ মানুহ
নে কি? বিচাৰি চোৱা; গালীলৰ পৰা ভাববাদী নেলোয়।

এজনী ব্যভিচাৰিণী তিৰোতা, আৰু তাইৰ অপবাদকাৰীবিলাক।

৫৩ [পাছে* তেওঁবিলাক প্ৰতিজন নিজ নিজ ঘৰলৈ গল;
৮ ১ কিন্তু যীচু জৈতুন পৰ্ব্বতলৈ গল। আৰু অতি ৰাতিপুৱাতে
২ তেওঁ আকৌ ধৰ্ম্মধামলৈ আহিল; তাতে সকলো লোক তেওঁৰ

---

[1] যিচ ৫৫ ; ১। যো ৪ ; ১৪। ৬; ৩৫। প্ৰ ২১ ; ৬। ২২ ; ১৭।
[2] দ্বিঃ বিঃ ১৮ ; ১৫, ১৮। যো ১ ; ২১। ৬; ১৪।
[3] মী ৫ ; ২। মথি ২ ; ৫, ৬। [4] যো ৩ ; ১।
* যো ৭ ; ৫৩—৮ ; ১১ অনেক পুৰণা হস্তলিপিত পোৱা নাযায়।

ওচৰলৈ আহিলত, তেওঁ বহি, তেওঁবিলাকক উপদেশ দিবলৈ ধৰিলে।
৩ তেতিয়া অধ্যাপক আৰু ফৰীচীবিলাকে ব্যভিচাৰ-কৰ্ম্মত ধৰা এজনী
৪ তিৰোতাক আনি, মাজত থৈ, তেওঁক কলে, হে গুৰু, এই তিৰোতাই
৫ ব্যভিচাৰ-কৰ্ম্ম কৰোঁতেই ধৰা পৰিল। এনে তিৰোতাক শিল দলিয়াই
মাৰিবলৈ মোচিয়ে বিধানত আমাক আজ্ঞা দিলে ;[1] এতেকে আপুনি
৬ তাইৰ বিষয়ে কি কয়? তেওঁৰ অপবাদ দিবৰ আশয়েৰে তেওঁবিলাকে
তেওঁৰ পৰীক্ষা কৰি এই কথা কলে। কিন্তু যীচুৱে তললৈ মূৰ কৰি
৭ আঙুলিৰে মাটিত লিখিবলৈ ধৰিলে। কিন্তু তেওঁবিলাকে তেওঁক সুধি
সুধি থকাত, তেওঁ মূৰ দাঙি তেওঁবিলাকক কলে, তোমালোকৰ যি জন
৮ নিষ্পাপী, তেৱেঁই প্ৰথমে তাইলৈ শিল দলিয়াওক।[2] পাছে আকৌ
৯ তললৈ মূৰ কৰি, মাটিত আঙুলিৰে লিখিলে। তেওঁবিলাকে এই কথা
শুনি, বৰৰ পৰা শেষৰটোলৈকে এজন এজনকৈ বাহিৰলৈ গল ; তাতে
কেৱল যীচু, আৰু মাজত থকা সেই তিৰোতা মাথোন থাকিল।
১০ পাছে যীচুৱে মূৰ দাঙি সেই তিৰোতাক সুধিলে, হে নাৰী, তেওঁবিলাক
১১ ক'তা? তোমাক কোনেও দোষী কৰা নাই নে? তাই কলে, হে প্ৰভু,
কোনেও কৰা নাই। তাতে যীচুৱে কলে, মইও দোষী নকৰোঁ ; যোৱা,
এতিয়াৰ পৰা আৰু পাপ নকৰিবা।]

পিতৃ ঈশ্বৰৰ লগত যীচুৰ সম্বন্ধৰ বিষয়ে তেওঁৰ উপদেশ।

১২ এতেকে যীচুৱে আকৌ তেওঁবিলাকক কলে, মই জগতৰ পোহৰ ;[3]
যি জন মোৰ পাছে পাছে আহে, তেওঁ আন্ধাৰত নুফুৰি, জীৱনৰ পোহৰ
১৩ পাব। তাতে ফৰীচীবিলাকে কলে, তুমি নিজৰ বিষয়ে নিজে সাক্ষ্য
১৪ দিছা ; তোমাৰ সাক্ষ্য সঁচা নহয়। যীচুৱে উত্তৰ দি তেওঁবিলাকক
কলে, যদিও মই নিজৰ বিষয়ে নিজে সাক্ষ্য দিছোঁ, তথাপি মোৰ সাক্ষ্য
সঁচা; কিয়নো মই ক'ৰ পৰা আহিলোঁ আৰু ক'লৈ যাওঁ, তাক মই জানো;
কিন্তু ক'ৰ পৰা আহিছোঁ বা ক'লৈ যাওঁ, তাক তোমালোকে নাজানা।
১৫ তোমালোকে মাংস অনুসাৰে সোধ-বিচাৰ কৰিছা ; মই কাকো সোধ-বিচাৰ
১৬ নকৰোঁ। কিন্তু যদিও সোধ-বিচাৰ কৰোঁ, তথাপি মোৰ বিচাৰ ন্যায় ;
কিয়নো মই অকলশৰীয়া নহওঁ ; মই আছোঁ, আৰু মোক পঠোৱা

---

[1] লে ২০ ; ১০। দ্বিঃ বিঃ ২২ ; ২২। [2] দ্বিঃ বিঃ ১৭ ; ৭।
[3] যো ৩ ; ১৯। ৯ ; ৫। ১২ ; ৩৫, ৩৬, ৪৬।

১৭ পিতৃও আছে। আৰু, দুজন সাক্ষীৰ কথা যে সচা হয়, ইয়াক তোমা-
১৮ লোকৰ বিধানতে লিখা আছে। মই নিজৰ বিষয়ে নিজে সাক্ষ্য দিছোঁ,
১৯ আৰু মোক পঠোৱা পিতৃয়েও মোৰ বিষয়ে সাক্ষ্য দিছে। তাতে
তেওঁবিলাকে তেওঁক সুধিলে, তোমাৰ পিতৃ ক'ত আছে? যীচয়ে উত্তৰ
দিলে, তোমালোকে মোকো নাজানা, মোৰ পিতৃকো নাজানা; মোক
২০ জনা হলে, মোৰ পিতৃকো জানিলাহেঁতেন। তেওঁ মন্দিৰত উপদেশ
দিওঁতে, ভঁৰালৰ কোঁঠালিত এইবোৰ কথা কলে; তথাপি কোনেও
তেওঁৰ গাত হাত নিদিলে; কিয়নো তেতিয়ালৈকে তেওঁৰ সময় হোৱা নাই।
২১ পাছে তেওঁ আকৌ তেওঁবিলাকক কলে, মই যাওঁ; তাতে
তোমালোকে মোক বিচাৰিবা, কিন্তু নিজ নিজ পাপতে মৰিবা। মই যি
২২ ঠাইলৈ যাওঁ, সেই ঠাইলৈ তোমালোক যাব নোৱাৰা। তাতে যিহুদীবিলাকে
কলে, এওঁ আপোন-ঘাতী হব নে? কিয়নো এওঁ কৈছে যে, 'মই যি
২৩ ঠাইলৈ যাওঁ, তোমালোক সেই ঠাইলৈ যাব নোৱাৰা'। তেওঁ
তেওঁবিলাকক কলে, তোমালোক তলৰ পৰা হৈছা, মই ওপৰৰ পৰা
২৪ হৈছোঁ; তোমালোক এই জগতৰ; মই এই জগতৰ নহওঁ। এই
হেতুকে মই তোমালোকক কলোঁ 'তোমালোক নিজ নিজ পাপতে মৰিবা;'
কিয়নো ময়েই যে সেই জনা, ইয়াক তোমালোকে যদি বিশ্বাস নকৰা,
২৫ তেন্তে নিজ নিজ পাপতে মৰিবা। তাতে তেওঁবিলাকে তেওঁক সুধিলে,
তুমি নো কোন? যীচুৱে তেওঁবিলাকক কলে, তাকেই তো প্ৰথমৰে
২৬ পৰা তোমালোকক কৈ আছোঁ। তোমালোকৰ বিষয়ে কবলৈ আৰু
সোধ-বিচাৰ কৰিবলৈকো মোৰ অনেক কথা আছে। কিন্তু মোক
পঠোৱা জনা সত্য; আৰু তেওঁৰ পৰা যিহকে শুনিলোঁ, তাকেহে
২৭ জগতক কৈছোঁ। তেওঁ যে পিতৃৰ বিষয়ে এই কথা কলে, ইয়াক
২৮ তেওঁবিলাকে নুবুজিলে। তাতে যীচুৱে কলে, যেতিয়া মানুহৰ পুত্ৰক
ওপৰলৈ তুলিবা,[1] তেতিয়া মই যে সেই জনা, আৰু অকল নিজ
ইচ্ছাৰে একো নকৰোঁ, কিন্তু পিতৃয়ে শিকোৱাৰ দৰেই এইবোৰ
২৯ কথা কৈছোঁ, তাক তোমালোকে জানিবা। আৰু মোক পঠোৱা
জনা মোৰ লগত আছে। তেওঁ মোক অকলশৰীয়াকৈ এৰা নাই,
৩০ কিয়নো মই সদায় তেওঁৰ সন্তোষজনক কৰ্ম্ম কৰোঁ। তেওঁ এইবোৰ
কথা কওঁতে, অনেকে তেওঁত বিশ্বাস কৰিলে।

---

1 যো ৩ ; ১৪। ১২ ; ৩২; ৩৩।

যীচুৰ বাক্য পালন কৰাৰ বিষয়ে তেওঁৰ উপদেশ।

৩১ তেতিয়া যি যিহুদীবিলাকে তেওঁত বিশ্বাস কৰিলে, যীচুৱে
তেওঁবিলাকক কলে, মোৰ বাক্যতে যদি তোমালোক থাকা, তেন্তে
৩২ সঁচাকৈ তোমালোক মোৰ শিষ্য; আৰু তোমালোকে সত্যক জানিবা,
৩৩ আৰু সেই সত্যই তোমালোকক মুক্ত কৰিব।[1] তেওঁবিলাকে তেওঁক
উত্তৰ দিলে, আমি অব্ৰাহামৰ বংশ, আৰু কেতিয়াও কাৰো দাস্ত-
কৰ্ম্ম কৰা নাই; তেন্তে তোমালোক মুক্ত হবা, এনে কথা তুমি
কেনেকৈ কৈছা?
৩৪ যীচুৱে উত্তৰ দিলে, মই তোমালোকক অতি সঁচাকৈ কওঁ,
৩৫ যি কোনোৱে পাপ-আচৰণ কৰে, সি পাপৰ দাস।[2] আৰু দাস সদায়
৩৬ ঘৰত নাথাকে, কিন্তু পুত্ৰ হলে সদায় থাকে। এই হেতুকে পুত্ৰই
যদি তোমালোকক মুক্ত কৰে, তেন্তে তোমালোক নিশ্চয়ে মুক্ত হবা।
৩৭ তোমালোক যে অব্ৰাহামৰ বংশ, তাক মই জানো; কিন্তু তোমালোকে
মোক বধ কৰিবলৈ উপায় বিচাৰিছা; কাৰণ মোৰ বাক্যই তোমা-
৩৮ লোকৰ অন্তৰত ঠাই নাপায়। মই পিতৃৰ সগত যিহকে দেখিলোঁ,
তাকে কৈছোঁ, তোমালোকেও নিজৰ পিতৃৰ পৰা যিহকে শুনিলা, তাকে
৩৯ কৰিছা। তেওঁবিলাকে উত্তৰ দি তেওঁক কলে, অব্ৰাহাম আমাৰ
পিতৃ। যীচুৱে তেওঁবিলাকক কলে, তোমালোক অব্ৰাহামৰ সন্তান
৪০ হোৱা হলে, অব্ৰাহামৰ কৰ্ম্ম কৰিলাহেঁতেন। কিন্তু ঈশ্বৰৰ পৰা সত্য
কথা শুনি তোমালোকক কোৱা জন যি মই, মোকে বধ কৰিবলৈ
এতিয়া উপায় বিচাৰিছা। অব্ৰাহামে হলে এনে কৰ্ম্ম কৰা নাই।
৪১ তোমালোকে নিজ পিতৃৰ কৰ্ম্ম কৰিছা। তেওঁবিলাকে তেওঁক কলে,
৪২ আমি জাৰজ নহওঁ; আমাৰ এজনা পিতৃ আছে, তেওঁ ঈশ্বৰ। যীচুৱে
তেওঁবিলাকক কলে, ঈশ্বৰ তোমালোকৰ পিতৃ হোৱা হলে, তোমালোকে
মোক প্ৰেম কৰিলাহেঁতেন; কিয়নো মই ঈশ্বৰৰ পৰা ওলাই
আহিলোঁ; কাৰণ, মই নিজে নিজেই অহা নাই, তেওঁহে মোক পঠাই
৪৩ দিলে। তোমালোকে মোৰ কথা কিয় নুবুজা? কাৰণ, মোৰ বাক্য
৪৪ শুনিব নোৱাৰা। তোমালোকৰ পিতৃ দিয়াবলৰ পৰাহে[3] তোমালোক

---

[1] যো ৬; ২২। ৮; ২। গাল ৫; ১। [2] যো ৬; ১৬-২০। ২ পি ২; ১৯।
[3] মথি ১৩; ৩৭, ৩৯। ১ যো ৩; ৮-১০।

হলা ; আৰু তোমালোকৰ সেই পিতৃৰ অভিলাষ পূৰ কৰিবলৈহে
ইচ্ছা কৰা। সি আদিৰে পৰা নৰ-বধী, আৰু সত্যত নাথাকে ;
কিয়নো তাত সত্য নাই। সি যেতিয়া মিছা কয়, তেতিয়া নিজৰ
৪৫ পৰাহে কয় ; কিয়নো সি মিছলীয়া, আৰু তাৰ বাপেক। কিন্তু মই
সত্য কথা কওঁ, এই নিমিত্তে তোমালোকে মোত বিশ্বাস নকৰা।
৪৬ তোমালোকৰ মাজৰ কোনে মোক পাপী বুলি প্ৰমাণ দিব পাৰে ?[1]
আৰু মই যদি সত্য কথা কওঁ, তেন্তে কিয় মোত বিশ্বাস নকৰা ?
৪৭ যি কোনো ঈশ্বৰৰ হয়, তেওঁ ঈশ্বৰৰ কথা শুনে। তোমালোক
ঈশ্বৰৰ লোক নোহোৱা ; এই হেতুকে নুশুনা।
৪৮ যিহুদীবিলাকে উত্তৰ দি তেওঁক কলে, তুমি চমৰীয়া, আৰু
৪৯ ভূতে পোৱা, আমি ইয়াকে ভালকৈ কোৱা নাই নে ? যীচুৱে উত্তৰ
দিলে, মই ভূতে পোৱা নহওঁ, কিন্তু মই মোৰ পিতৃক সমাদৰ
৫০ কৰোঁ, আৰু তোমালোকে মোক অনাদৰ কৰা। তিন্তু মই নিজ
গৌৰৱ নিবিচাৰোঁ ; বিচৰা আৰু সোধ-বিচাৰো কৰা, এনে এজনা আছে।
৫১ মই তোমালোকক অতি সঁচাকৈ কওঁ, কোনোৱে যদি মোৰ
৫২ বাক্য পালন কৰে, তেওঁ কেতিয়াও মৃত্যুক নেদেখিব। তাতে যিহুদী-
বিলাকে তেওঁক কলে, তুমি যে ভূতে পোৱা, ইয়াক এতিয়া জানিলোঁ।
অব্ৰাহাম আৰু ভাববাদীবিলাক মৰি গল ; কিন্তু তুমি কৈছা, কোনোৱে
যদি মোৰ বাক্য পালন কৰে, তেওঁ কেতিয়াও মৃত্যুভোগ নকৰিব ;
৫৩ আমাৰ ওপৰ-পুৰুষ যি অব্ৰাহাম মৰি গল, তুমি তেওঁতকৈ মহান নে ?
আৰু ভাববাদীবিলাকো মৰিল ; তুমি নিজকে কোন বুলি মানিছা ?
৫৪ যীচুৱে উত্তৰ দিলে, মই যদি নিজকে নিজে গৌৰৱান্বিত কৰোঁ ;
তেন্তে মোৰ সেই গৌৰৱ একো নহয় ; কিন্তু যি জনাক তোমালোকে
আপোনালোকৰ ঈশ্বৰ কোৱা, সেই মোৰ পিতৃয়েহে মোক গৌৰৱান্বিত
৫৫ কৰে। তোমালোকে তেওঁক নাজানা ; মই হলে তেওঁক জানো ;
মই তেওঁক নাজানো বুলি যদি কওঁ, তেন্তে তোমালোকৰ নিচিনা
মিছলীয়া হম। কিন্তু মই তেওঁক জানো, আৰু তেওঁৰ বাক্য পালন
৫৬ কৰোঁ। তোমালোকৰ ওপৰ-পুৰুষ অব্ৰাহামে মোৰ দিন দেখিবলৈ
৫৭ উল্লাসিত হৈছিল, আৰু তাকে দেখি আনন্দ কৰিলে। তাতে যিহুদী-
বিলাকে তেওঁক কলে, তোমাৰ বয়স পঞ্চাশ বছৰেই হোৱা নাই ;

1 ইব্ৰী ৪ ; ১৫। ৭ ; ২৬। ১ পি ২ ; ২২।

৫৮ তুমি অব্ৰাহামক দেখিলা নে? যীচুৱে তেওঁবিলাকক কলে, মই
তোমালোকক অতি সঁচাকৈ কওঁ, অব্ৰাহাম উৎপন্ন হোৱাৰ পূৰ্ব্বেই
৫৯ মই আছোঁ।[1] তাতে তেওঁবিলাকে তেওঁক মাৰিবলৈ শিল তুলি ললে।
কিন্তু যীচু লুকাই ধৰ্ম্মধামৰ পৰা ওলাই গল।

এজন অন্ধলাক চকু দিয়া।

৯ ১ পাছে তেওঁ যাওঁতে যাওঁতে, ওপজাৰে পৰা অন্ধলা মানুহ এটাক
২ দেখিলে। তাতে তেওঁৰ শিষ্যবিলাকে তেওঁক সুধিলে, ৰব্বি, এই
মানুহ অন্ধ হৈ উপজিবলৈ, ই পাপ কৰিলে নে, বা ইয়াৰ মাক-
৩ বাপেকে পাপ কৰিলে? যীচুৱে উত্তৰ দিলে, ই পাপ কৰিলে,
নাইবা ইয়াৰ মাক-বাপেকে পাপ কৰিলে, এনে নহয়; কিন্তু ইয়াত
৪ ঈশ্বৰৰ কৰ্ম্ম প্ৰকাশিত হবলৈহে হৈছে। দিন থাকোঁতেই মোক পঠোৱা
জনাৰ কৰ্ম্ম আমি কৰিব লাগে। যি সময়ত কোনেও কৰ্ম্ম কৰিব
৫ নোৱাৰে, এনে ৰাতি আহিছে। যিমান দিন জগতত আছোঁ, সিমান
৬ দিন মই জগতৰ পোহৰ। এই কথা কৈ, তেওঁ মাটিত থুই পেলাই,
থুইৰে বোকা কৰি, সেই বোকা অন্ধলাৰ চকুত লিপি তাক কলে,
৭ যোৱা; চীলোহ (এই নামৰ অৰ্থ 'পঠোৱা') পুখুৰীত ধোৱাগৈ।
৮ তাতে সি গৈ ধুলে, আৰু দৃষ্টি পাই আহিল। তাতে তাৰ চবুৰীয়া-
বিলাকে, আৰু যিবোৰে আগেয়ে তাক ভিক্ষুক দেখিছিল, তেওঁবিলাকে
৯ কলে, বহি ভিক্ষা মগাটো ইয়েই নহয় নে? কোনো কোনোৱে
কলে, ইয়েই হয়; আন কোনোবোৰে কলে, নহয়, কিন্তু ই তাৰ
১০ নিচিনাহে হয়। সি নিজে কলে, মই সেইটোৱেই হওঁ। তাতে তেওঁ-
বিলাকে তাক সুধিলে, তেনেহলে তোমাৰ চকু কেনেকৈ মুকলি হল?
১১ সি উত্তৰ দিলে, যি জনক যীচু বোলে, সেই জনে বোকা কৰি,
মোৰ চকুত লিপি মোক কলে, চীলোহলৈ গৈ ধোৱা; তাতে মই
১২ গৈ ধুলত, দৃষ্টি পালোঁ। তেতিয়া তেওঁবিলাকে তাক সুধিলে, সেই জন
ক'ত আছে? সি কলে, মই নাজানো।
১৩ পাছে তেওঁবিলাকে সেই আগৰ অন্ধলাক ফৰীচীবিলাকৰ ওচৰলৈ
১৪ লৈ গল। যি দিনা যীচুৱে বোকা কৰি তাৰ চকু মুকলি কৰিলে,

[1] যো ১৭; ৫। কল ১; ১৭। ১ যো ১; ১, ২।

১৫ সেই দিনা বিশ্রাম-বাৰ। এই হেতুকে আকৌ ফৰাচীবিলাকেও তাক
সুধিলে, তুমি কেনেকৈ দৃষ্টি পালা? সি তেওঁবিলাকক কলে, তেওঁ
১৬ মোৰ চকুত বোকা দিলে, আৰু মই ধুই দৃষ্টি পাইছোঁ। তাতে
ফৰীচীবিলাকৰ কেতবিলাকে কলে, সেই মানুহ ঈশ্বৰৰ পৰা নহয়;
কিয়নো সি বিশ্রাম-বাৰকে নামানে। কিন্তু আন কোনোবোৱে কলে, পাপী
মানুহে কেনেকৈ এনে আচৰিত কৰ্ম্ম কৰিব পাৰে? এই দৰে তেওঁ-
১৭ বিলাকৰ মাজত ভাগ ভাগ হল। তাতে তেওঁবিলাকে আকৌ সেই
অন্ধলাক সুধিলে, তেওঁ তোমাৰ চকু মুকলি কৰাত, তেওঁৰ বিষয়ে
তুমি নো কি কোৱা? সি কলে, তেওঁ ভাববাদী।
১৮ সি যে অন্ধ আছিল, আৰু দৃষ্টি পালে, তাৰ বিষয়ৰ এই কথা
যিহুদীবিলাকে সেই দৃষ্টি পোৱাটোৰ মাক-বাপেকক মাতি নানিলেমানে,
১৯ বিশ্বাস নকৰিলে। তাতে তেওঁবিলাকে সিহঁতক সুধিলে, তোমালোকে
যাক ওপজাৰে অন্ধলা কোৱা, ইয়েই তোমালোকৰ সেই পুত্র হয় নে?
২০ তেন্তে সি এতিয়া কেনেকৈ দৃষ্টি পাইছে? তাৰ মাক-বাপেকে উত্তৰ
দি কলে, ইয়েই আমাৰ পুত্র হয়, আৰু ওপজাৰে অন্ধলা, তাকো
২১ আমি জানো; কিন্তু সি এতিয়া কেনেকৈ দৃষ্টি পাইছে, তাক নাজানো;
আৰু কোনে বা তাৰ চকু মুকলি কৰিলে, তাকো নাজানো; তাক
২২ সোধা; সি বয়সীয়া; সি নিজৰ বিষয়ে নিজে কব। যিহুদীবিলাকৰ
ভয়ত তাৰ মাক-বাপেকে এই কথা কলে, কিয়নো কোনোৱে যদি
তেওঁক খ্রীষ্ট বুলি স্বীকাৰ কৰে, তেন্তে তাক নাম-ঘৰৰ পৰা খেদাই
দিয়া যাব, এই বুলি যিহুদীবিলাকে আগেয়েই থিৰ কৰিছিল।
২৩ এই কাৰণে তাৰ মাক-বাপেকে কলে, সি বয়সীয়া; তাক সোধা।
২৪ তেতিয়া তেওঁবিলাকে সেই আগৰ অন্ধলা মানুহটোক দ্বিতীয়বাৰ মাতি
কলে, ঈশ্বৰকৃহে স্তুতি কৰা; সেই মানুহ যে পাপী, তাক আমি জানো।
২৫ তাতে সি উত্তৰ দিলে, তেওঁ পাপী হয় নে নহয়, তাক মই নাজানো;
২৬ মই অন্ধলা আছিলোঁ, এতিয়া দৃষ্টি পাইছোঁ, ইয়াকেহে জানো। তাতে
তেওঁবিলাকে তাক সুধিলে, তেওঁ তোমাক কি কৰিলে? তোমাৰ চকু
কেনেকৈ মুকলি কৰিলে? সি উত্তৰ দিলে, অথনি তোমালোকক কলোঁ,
২৭ কিন্তু তোমালোকে নুশুনিলা; তেন্তে কি কাৰণে আকৌ শুনিবলৈ খোজা?
২৮ তোমালোকেও তেওঁৰ শিষ্য হবলৈ ইচ্ছা কৰা নে কি? তেতিয়া তেওঁ-
২৯ বিলাকে তাক ধিক্কাৰ দি কলে, তইহে তাৰ শিষ্য; আমি হলে মোচিৰ শিষ্য।
ঈশ্বৰে যে মোচিক কথা কৈছিল, তাক আমি জানো, কিন্তু ই ক'ৰ মানুহ,

৩০ তাক নাজানো। সেই মানুহে উত্তৰ দি তেওঁবিলাকক কলে, তেওঁ মোৰ
চকু মুকলি কৰিলে, তথাপি তেওঁ ক'ৰ মানুহ, তাক তোমালোকে নাজানা,
৩১ ই বৰ আচৰিত কথা। ঈশ্বৰে পাপী লোকৰ কথা নুশুনে ; কিন্তু কোনো
জন যদি ঈশ্বৰ-ভক্ত হয়, আৰু তেওঁৰ ইচ্ছা পালন কৰে, তেন্তে সেই
৩২ জনৰহে কথা শুনে, ইয়াক আমি জানো। কোনোবাই যে ওপজাৰে
অন্ধলাৰ চকু মুকলি কৰিলে, জগত হোৱাৰে পৰা এনে কথা কেতিয়াও
৩৩ শুনা নাই। তেওঁ ঈশ্বৰৰ পৰা নোহোৱা হলে, একো কৰ্ম্ম কৰিব
৩৪ নোৱাৰিলেহেঁতেন। তেওঁবিলাকে উত্তৰ দি কলে; তই একেবাৰে পাপত
জন্ম পাই আমাক শিকায় নে? তাতে তেওঁবিলাকে তাক খেদাই দিলে।
৩৫ তেওঁবিলাকে যে তাক খেদাই দিলে, যীচুৱে এই কথা শুনি,
তাক দেখা পাই সুধিলে, তুমি ঈশ্বৰৰ পুত্ৰত বিশ্বাস কৰিছা নে?
৩৬ সি উত্তৰ দি কলে, মহাশয়, মই যেন তেওঁত বিশ্বাস কৰিম, তেন্তেই
৩৭ নো কোন? যীচুৱে তাক কলে, তুমি তেওঁক দেখা পালা ; আৰু
৩৮ তোমাৰে সৈতে যি জনে কথা হৈছে, সেই জনেই তেওঁ। তেতিয়া,
হে প্ৰভু, বিশ্বাস কৰিছোঁ, এই বুলি, সি তেওঁক সেৱা কৰিলে।
৩৯ তাতে যীচুৱে কলে, যিবিলাকে নেদেখে, তেওঁবিলাকে যেন দেখিবলৈ
পায়, আৰু যিবিলাকে দেখে, তেওঁবিলাক যেন অন্ধ হয়, এই কাৰণে
৪০ সোধ-বিচাৰৰ অৰ্থে মই জগতলৈ আহিছোঁ। ইয়াকে শুনি তেওঁৰ
ওচৰত থকা ফৰীচীবিলাকে তেওঁক কলে, আমিও অন্ধ নে কি?
৪১ যীচুৱে তেওঁবিলাকক কলে, অন্ধ হোৱা হলে, তোমালোকৰ পাপ
নহলহেঁতেন ; কিন্তু এতিয়া তোমালোকে কোৱা, আমি দেখিছোঁ ;' এই
নিমিত্তে তোমালোকৰ পাপ থাকিল।

উত্তম ৰখীয়াৰ বিষয়ে যীচুৰ শিক্ষা।

১০ ১ মই তোমালোকক অতি সঁচাকৈ কওঁ, যি জন দুৱাৰেদি
নোসোমাই, আন কোনো ফালে উঠি মেৰৰ গঁৰাললৈ সোমায়, সি
২ চোৰ আৰু ডকাইত। কিন্তু যি জন দুৱাৰেদি সোমায়, তেওঁ মেৰৰ
৩ ৰখীয়া। দুৱৰীয়ে তেওঁলৈ দুৱাৰ মেলি দিয়ে, আৰু মেৰবিলাকেও
তেওঁৰ মাত শুনে ; তেৱোঁ নিজ মেৰবিলাকক নাম ধৰি ধৰি মাতি
৪ বাহিৰলৈ লৈ যায়। যেতিয়া নিজৰ সকলোকে বাহিৰ কৰা হয়,
তেতিয়া তেওঁ সেইবিলাকৰ আগে আগে যায় ; আৰু মেৰবিলাক তেওঁৰ

পাছে পাছে চলে ; কিয়নো তেওঁৰ মাত জানে। কিন্তু আন লোকৰ
৫ পাছত কোনোমতেও নাযাব, তাৰ পৰা পলাবহে ; কিয়নো আন
লোকবিলাকৰ মাত নাজানে। এই পটন্তৰৰ কথা যীচুৱে তেওঁবিলাকক
কলে, কিন্তু তেওঁ কোৱা কথাৰ অৰ্থ তেওঁবিলাকে নুবুজিলে।
৭ এতেকে যীচুৱে আকৌ তেওঁবিলাকক কলে, মই তোমালোকক
৮ অতি সঁচাকৈ কওঁ, মেৰৰ গঁৰালৰ দুৱাৰ ময়েই। যিবোৰ মোৰ পূৰ্ব্বেই
আহিল, সেই আটাইবোৰ চোৰ আৰু ডকাইত ; কিন্তু মেৰবিলাকে
সিহঁতৰ কথা নুশুনিলে। ময়েই দুৱাৰ ;[1] ময়েদি যি কোনো সোমায়,
সি ৰক্ষা পাব, আৰু ভিতৰলৈ বাহিৰলৈ অহা-যোৱা কৰিব, আৰু
১০ চৰণী পাব। চোৰে কেৱল চুৰ, বধ, আৰু বিনাশ কৰিবলৈহে আহে ;
কিন্তু মই হলে, তেওঁবিলাকে যেন জীৱন পায়, অকে তাক অধিকৃকৈ
১১ যেন পায়, এই নিমিত্তে আহিলোঁ। ময়েই মেৰৰ উত্তম ৰখীয়া ;[2]
১২ উত্তম ৰখীয়াই মেৰৰ নিমিত্তে নিজ প্ৰাণকো দিয়ে। কিন্তু যি জন
ৰখীয়া নহয়, অৰ্থাৎ যাৰ নিজ মেৰ নহয়, এনে বেচ-খোৱাই ৰাংকুকুৰ
অহা দেখিলে, মেৰবিলাকক এৰি পলাই যায় ; তাতে ৰাংকুকুৰে
১৩ সেইবিলাকক ধৰি ছিন্ন-ভিন্ন কৰে ; কিয়নো সি বেচ-খোৱা হৈ, মেৰলৈ
১৪ একো চিন্তা নকৰে ; ময়েই মেৰৰ উত্তম ৰখীয়া ; পিতৃয়ে মোক যেনেকৈ
১৫ জানে আৰু মইও পিতৃক জানো, তেনেকৈ মই নিজৰ সকলোকে
জানো আৰু মোৰ নিজৰ সকলোৱেও মোক জানে ; আৰু মেৰৰ নিমিত্তে
১৬ মোৰ প্ৰাণকো দিওঁ। আৰু এই গঁৰালৰ নোহোৱা মোৰ আৰু মেৰ
আছে ; মই সেইবিলাককো আনিব লাগে ; আৰু সেইবিলাকে মোৰ
১৭ মাত শুনিব ; তাতে একেটা জাক, একেটা ৰখীয়া হৈ যাব। এই
কাৰণে পিতৃয়ে মোক প্ৰেম কৰে, কিয়নো মই মোৰ প্ৰাণ এৰি দিওঁ,
১৮ যেন তাক পুনৰায় লওঁ। কোনোৱাই মোৰ পৰা তাক কাঢ়ি নিয়ে,
এনে নহয় ; মই নিজেই তাক এৰি দিওঁ। তাক এৰি দিবলৈ মোৰ
ক্ষমতা আছে, আৰু তাক পুনৰায় লবলৈকো মোৰ ক্ষমতা আছে ;
এই আদেশ মোৰ পিতৃৰ পৰা পালোঁ।

---

1 যো ১৪। ৬। ইফি ২ ; ১৮। ইব্ৰী ১০ ; ১৯-২২।

2 গীত ২৩। যিচ ৪০ ; ১১। যিহি ৩৪ ; ১২-১৪,২৩। ৩৭ ; ২৪।
ইব্ৰী ১৩ ; ২০। ১ পি ২ ; ২৫।

১৯ তেওঁৰ এই কথাৰ নিমিত্তে যিহূদীবিলাক আকৌ ভাগ ভাগ হল।
২০ তেওঁবিলাকৰ মাজৰ অনেকে কলে, ই ভূতে পোৱা, আৰু বলীয়া;
২১ ইয়াৰ কথা কিয় শুনা? আনবিলাকে কলে, এনে কথা ভূতে পোৱা
জনৰ নহয়। ভূতে জানো অন্ধলাৰ চকু মুকলি কৰিব পাৰে?

নিজ ক্ষমতাৰ বিষয়ে যীচুৰ শিক্ষা।

২২ পাছে যিৰূচালেমত মন্দিৰ প্ৰতিষ্ঠাৰ পৰ্ব্ব উপস্থিত হল।
২৩ সেই সময়ত জাৰ-কাল; আৰু যীচুৱে ধৰ্ম্মধামত চলোমনৰ পিৰালিত
২৪ ফুৰি আছিল। যিহূদীবিলাকে তেওঁক বেৰি ধৰি কলে, তুমি কিমান
কাল আমাৰ সংশয় কৰাবা? যদি খ্ৰীষ্ট হোৱা, তেন্তে তাক স্পষ্টকৈ
২৫ আমাক কোৱা। যীচুৱে উত্তৰ দিলে, মই তোমালোকক কলোঁ,
কিন্তু তোমালোকে বিশ্বাস নকৰা; মোৰ পিতৃৰ নামেৰে যি যি কৰ্ম্ম
২৬ কৰিছোঁ, সেইবোৰ কৰ্ম্মই মোৰ বিষয়ে সাক্ষ্য দিছে। তথাপি তোমা-
লোকে বিশ্বাস নকৰা; কাৰণ তোমালোক মোৰ মেৰাবিলাকৰ মাজৰ
২৭ নোহোৱা। মোৰ মেৰবিলাকে হলে মোৰ মাত শুনে, মইও তেওঁবিলাকক
২৮ জানো, আৰু তেওঁবিলাক মোৰ পাছে পাছে আহে; আৰু মই তেওঁ-
বিলাকক অনন্ত জীৱন দিওঁ; তাতে তেওঁবিলাক কেতিয়াও নষ্ট নহয়,
২৯ আৰু কোনেও মোৰ হাতৰ পৰা তেওঁবিলাকক কাঢ়ি নলব।[1] মোৰ
পিতৃ, যি জনাই তেওঁবিলাকক মোক দিলে, তেওঁ সকলোতকৈ মহান;
৩০ সেই পিতৃৰ হাতৰ পৰা কোনেও কাঢ়ি লব নোৱাৰে। মই আৰু সেই
পিতৃ এক।
৩১ তেতিয়া যিহূদীবিলাকে তেওঁক মাৰিবলৈ আকৌ শিল তুলি ললে।
৩২ যীচুৱে তেওঁবিলাকক উত্তৰ দিলে, মোৰ পিতৃৰ পৰা অনেক ভাল
কৰ্ম্ম তোমালোকৰ আগত দেখুৱালোঁ; সেইবোৰৰ কোন কৰ্ম্মৰ কাৰণে
৩৩ মোক শিল দলিয়াই মাৰা? যিহূদীবিলাকে তেওঁক উত্তৰ দিলে,
ভাল কৰ্ম্মৰ কাৰণে নহয়, কিন্তু তুমি মানুহ হৈয়ো, নিজকে ঈশ্বৰ বুলি
ঈশ্বৰ-নিন্দা কৰিছা; এই কাৰণে তোমাক শিল দলিয়াই মাৰোঁ।
৩৪ যীচুৱে তেওঁবিলাকক উত্তৰ দিলে, মই কলোঁ, তোমালোকেই ঈশ্বৰ-
৩৫ বিলাক,[2] এই কথা তোমালোকৰ বিধানত লিখা নাই নে? যিবিলাকলৈ
ঈশ্বৰৰ বাক্য আহিল, সেইবিলাকেই যদি তেওঁ ঈশ্বৰ বুলি কলে,

[1] যো ১৭ ; ১১, ১২। ১৮ ; ৯। [2] গীত ৮২ ; ৬।

৩৬ (আৰু শাস্ত্ৰীয় বচন লব হবৰ অসাধ্য) তেন্তে মই ঈশ্বৰৰ পুত্ৰ[1]
এনে কথা কোৱাত, পিতৃয়ে অভিষেক কৰি জগতলৈ পঠোৱা জনাক,
'তুমি ঈশ্বৰ-নিন্দা কৰিছা' বুলি তোমালোকে কেনেকৈ কোৱাইক ?
৩৭,৩৮ যদি মোৰ পিতৃৰ কৰ্ম্ম নকৰোঁ, তেন্তে মোত বিশ্বাস নকৰিবা ; কিন্তু
যদি কৰোঁ, তেন্তে পিতৃ যে মোত আছে, আৰু মই যে পিতৃত
আছোঁ, ইয়াকে বুজি জানিবৰ নিমিত্তে, মোত বিশ্বাস নকৰিলেও,
৩৮ কাৰ্য্যবোৰতে বিশ্বাস কৰা। তেতিয়া তেওঁবিলাকে তেওঁক ধৰিবলৈ
আকৌ উপায় বিচাৰিলে ; কিন্তু তেওঁ তেওঁবিলাকৰ হাতৰ পৰা ওলাই
গল।

৪০ পাছে যৰ্দ্দনৰ সিপাৰে, যি ঠাইত যোহনে প্ৰথমতে বাপ্তাইজ
৪১ কৰিছিল, পুনৰায় তেওঁ সেই ঠাইলৈ গৈ তাতে থাকিল। আৰু অনেকে
তেওঁৰ ওচৰলৈ আহিল ; আৰু তেওঁবিলাকে কলে, যে, যোহনে একো
আচৰিত চিন দেখুউৱা নাই ; কিন্তু এই জনাৰ বিষয়ে যোহনে যি
৪২ যি কথা কৈছিল, সেই সকলো সত্য। আৰু সেই ঠাইতে অনেকে তেওঁত
বিশ্বাস কৰিলে।

## মৃত লাজাৰক জীউৱা।

১১ ১ পাছে, মৰিয়ম আৰু তাইৰ বায়েক মাৰ্থা থকা যি বৈথনিয়া
গাওঁ, সেই গাৱঁৰ লাজাৰ নামেৰে এজন মানুহ নৰিয়াত পৰি আছিল।
২ যি মৰিয়মে প্ৰভুক সুগন্ধি তেল ঘঁহি তাইৰ চুলিৰে তেওঁৰ চৰণ মচিলে,
৩ তাইৰে ভায়েক এই নৰিয়াত পৰা লাজাৰ। এতেকে বায়েক দুজনীয়ে
তেওঁলৈ কৈ পঠালে, বোলে, হে প্ৰভু, চাওক, আপুনি যাক প্ৰীতি
৪ কৰে, সি নৰিয়াত পৰি আছে। যীচুৱে এই কথা শুনি কলে, এই
ৰোগ মৃত্যুলৈ নহয়, কিন্তু ঈশ্বৰৰ মহিমাৰ নিমিত্তেহে হৈছে, যেন ঈশ্বৰৰ
পুত্ৰ তাৰ দ্বাৰাই মহিমান্বিত হয়।
৫ যীচুৱে মাৰ্থা আৰু তাইৰ ভনীয়েক আৰু লাজাৰকো প্ৰেম
৬ কৰিছিল। এতেকে যেতিয়া তেওঁ তাৰ নৰিয়াত পৰাৰ কথা শুনিলে,
৭ তেতিয়া তেওঁ যি ঠাইত আছিল, তাতে আৰু দুদিন থাকিল। তাৰ
পাছতহে তেওঁ শিষ্যবিলাকক কলে, আহাঁ, আমি আকৌ যিহুদিয়ালৈ
৮ যাওঁহক। শিষ্যবিলাকে তেওঁক কলে, ৰব্বি, এতিয়া অলপতেহে

1. লূক ১ ; ৩৫। যো ৯ ; ৩৫, ৩৭।

যিহূদীবিলাকে আপোনাক শিল দলিয়াই মাৰিবলৈ উপায় বিচাৰিছিল ;
৯ আকৌ তালৈকে যায় নে? যীচুৱে উত্তৰ দিলে, দিনটোত
যাৰ ঘণ্টা নহয় নে ? কোনোৱে যদি দিনত ফুৰে, তেন্তে সি
১০ জুটি নাখায় ; কিয়নো সি এই জগতৰ পোহৰ দেখে। কিন্তু কোনোৱে
যদি ৰাতি ফুৰে, তেন্তে সি জুটি খায় ; কিয়নো তাত পোহৰেই নাই।
১১ এই কথা কোৱাৰ পাছত তেওঁ তেওঁবিলাকক কলে, আমাৰ বন্ধু
লাজাৰ টোপনি গৈছে ; কিন্তু তাক টোপনিৰ পৰা জগাবলৈ মই
১২ যাওঁ। যীচুৱে এই কথা তাৰ মৃত্যুৰ বিষয়ে কলে ; কিন্তু টোপনিয়াই
১৩ জিৰোৱাৰ বিষয়ে কলে বুলি ভাবি, শিষ্যবিলাকে কলে, হে প্ৰভু, সি
১৪ যদি টোপনি গৈছে, তেন্তে ভালেই হব। এতেকে যীচুৱে তেতিয়া
১৫ স্পষ্টকৈ তেওঁবিলাকক কলে, লাজাৰ মৰিল। কিন্তু তোমালোকে
যেন বিশ্বাস কৰা, এই কাৰণে মই যে তাত অনুপস্থিত আছিলোঁ,
ইয়াতে মই তোমালোকৰ নিমিত্তে আনন্দ কৰিছোঁ ; তথাপি আমি
১৬ তাৰ ওচৰলৈ যাওঁহঁক, আহাঁ। তেতিয়া থোমা, যাক দিদুমো বোলে, তেওঁ
লগৰ-শিষ্যবিলাকক কলে, ব'লা, আমিও তেওঁৰ লগত মৰিবলৈ যাওঁহঁক।
১৭ তাতে যীচুৱে আহি, তাক মৈদামত থবৰ যে চাৰিদিন হল, তাকে
১৮ জানিবলৈ পালে। বৈথনিয়া যিৰূচালেমৰ ওচৰতে, দুই মাইলমানৰ হে
১৯ অন্তৰ ; তাতে মাৰ্থা আৰু মৰিয়মক ভায়েকৰ বিষয়ে শান্ত্বন
কৰিবলৈ, যিহূদীবিলাকৰ অনেকে তেওঁবিলাকৰ ওচৰলৈ আহিছিল
২০ এতেকে যেতিয়া মাৰ্থাই যীচু অহাৰ কথা শুনিলে, তেতিয়াই
তাই আহি, তেওঁৰ লগত দেখা কৰিলে ; কিন্তু মৰিয়ম ঘৰতে
২১ বহি আছিল। তাতে মাৰ্থাই যীচুক কলে, হে প্ৰভু, আপুনি
২২ ইয়াত থকা হলে মোৰ ভাই নমৰিলহেঁতেন ; কিন্তু এতিয়াও, ঈশ্বৰৰ
আগত আপুনি যিহকে যাচনা কৰিব, ঈশ্বৰে আপোনাক তাকে দিব,
২৩ ইয়াক মই জানো। যীচুৱে তাইক কলে, তোমাৰ ভায়েৰা পুনৰায়
২৪ উঠিব। মাৰ্থাই তেওঁক কলে, সি যে শেষৰ দিনা পুনৰুত্থানৰ সময়ত
২৫ উঠিব, তাক মই জানো। যীচুৱে তাইক কলে, ময়েই পুনৰুত্থান আৰু
জীৱন ;[1] যি কোনোৱে মোত বিশ্বাস কৰে, তেওঁ মৰিলেও জীব ;
২৬ আৰু যি কোনোৱে জীয়াই থাকি মোত বিশ্বাস কৰে, তেওঁ কেতিয়াও
২৭ নমৰিব। তুমি এই কথা বিশ্বাস কৰিছা নে ? তাই কলে, হয়, প্ৰভু ;

1 যো ১ ; ৪ । ৫ ; ২৪ । ৬ ; ৩৫, ৩৯, ৪০ । প্ৰ ১ ; ১৮ ।

জগতলৈ যি জনা আহিব লগা আছিল, আপুনিয়েই যে ঈশ্বৰৰ পুত্ৰ
সেই অভিষিক্ত জনা, ইয়াক বিশ্বাস কৰিছোঁ।
২৮ এই কথা কৈ, তাই গৈ নিজৰ ভনীয়েক মৰিয়মক গুপুতে মাতি
২৯ কলে, গুৰু আহিল, আৰু তোমাক মাতিছে। এই কথা শুনিয়েই,
৩০ তাই বেগাই উঠি তেওঁৰ ওচৰলৈ আহিল। (যীচুৱে তেতিয়া গাৱঁৰ
মাজত নোসোমাই, যি ঠাইত মাৰ্থাই তেওঁৰ লগত দেখা কৰিলে, সেই
৩১ ঠাইতে আছিল।) তাতে যি যিহুদীবিলাকে মৰিয়মেৰে সৈতে ঘৰত থাকি
তাইক শান্তনা কৰিছিল, তেওঁবিলাকে তাইক বেগাই উঠি বাহিৰলৈ যোৱা
দেখি, তাই মৈদামৰ ওচৰত কান্দিবলৈ গৈছে বুলি ভাবি, তেওঁবিলাকো
৩২ ওলাই তাইৰ পাছে পাছে আহিল। পাছে যি ঠাইত যীচু আছিল,
মৰিয়মে সেই ঠাই পাই, তেওঁৰ চৰণত পৰি কলে, হে প্ৰভু, আপুনি
৩৩ ইয়াত থকা হলে, মোৰ ভাই নমৰিলহেঁতেন। যীচুৱে তাইক
কন্দা দেখি, আৰু তাইৰ লগত অহা যিহুদীবিলাককো কন্দা দেখি,
আত্মাত উত্তেজিত হৈ, গা জিকাৰ মাৰি কলে, তাক ক'ত থলাহঁক?
৩৪,৩৫ তেওঁবিলাকে কলে, হে প্ৰভু, আহি চাওক। যীচুৱে কান্দিলে।
৩৬ এতেকে যিহুদীবিলাকে কলে, চোৱা, এওঁ তাক কেনে প্ৰীতি কৰিছিল।
৩৭ কিন্তু তেওঁবিলাকৰ কোনো কোনোৱে কলে, যি জনে অন্ধলাৰ চকু মুকলি
কৰিছিল, তেওঁ এই মানুহৰ মৃত্যুও নিবাৰণ কৰিব নোৱাৰিলেহেঁতেন নে?
৩৮ তাতে যীচু আকৌ অন্তৰত উত্তেজিত হৈ, মৈদামৰ ওচৰলৈ গল।
সেই মৈদামেই এটা গুহা; আৰু তাৰ মুখতে এচটা শিল আছিল।
৩৯ যীচুৱে কলে, শিলচটা আঁতৰাই দিয়া। তাতে মৃত জনৰ বায়েক মাৰ্থাই
তেওঁক কলে, হে প্ৰভু, এতিয়া তাত দুৰ্গন্ধ হৈছে; কিয়নো আজি
৪০ চাৰিদিন হল। যীচুৱে তাইক কলে, 'যদি বিশ্বাস কৰা, তেন্তে ঈশ্বৰৰ
মহিমা দেখিবলৈ পাবা,' এই কথা মই তোমাক নকৈছিলোঁ? তাতে
৪১ তেওঁবিলাকে শিলচটা আঁতৰালে। তেতিয়া যীচুৱে ওপৰলৈ চকু তুলি
কলে, হে পিতৃ, মোৰ নিবেদন শুনিলা, এই কাৰণে তোমাক ধন্যবাদ কৰোঁ;
৪২ আৰু তুমি মোৰ নিবেদন যে সদায় শুনি আছা, তাক মই হলে জানো;
কিন্তু তুমি যে মোক পঠালা, চাৰিওফালে থিয় হৈ থকা এই মানুহ-
জুমে তাক যেন বিশ্বাস কৰে, এই নিমিত্তে তেওঁবিলাকৰ কাৰণেহে
৪৩ কলোঁ। ইয়াকে বুলি তেওঁ বৰকৈ ৰিৰিয়াই কলে, হে লাজাৰ, বাহিৰলৈ
৪৪ আহাঁ। তাতে সেই মৃত জন, হাত-ভৰি মৈদামৰ কাপোৰেৰে বন্ধা,

আৰু মুখ গামোচাৰে বন্ধা হৈ বাহিৰলৈ আহিল। যীচুৱে তেওঁবিলাকক
কলে, ইয়াক মেলি এৰি দিয়া।
৪৫ তাতে মৰিয়মৰ ওচৰলৈ অহা যি যিহুদীবিলাকে তেওঁৰ এই কৰ্ম্ম
৪৬ দেখিলে, তেওঁবিলাকৰ অনেকে তেওঁত বিশ্বাস কৰিলে। কিন্তু তেওঁ-
বিলাকৰ কোনো কোনোৱে ফৰীচীবিলাকৰ ওচৰলৈ গৈ, যীচুৱে যি যি
৪৭ কৰিছিল, সেই সকলোকে তেওঁবিলাকক কলে। এতেকে প্ৰধান
পুৰোহিত আৰু ফৰীচীবিলাকে মহা-সভা পাতি কলে, আমি কি কৰিছোঁ?
৪৮ এই মানুহে অনেক অনেক আচৰিত চিন দেখুৱাইছে; তাক যদি আমি
এনেয়ে এৰোঁ, তেন্তে সকলো মানুহে তাত বিশ্বাস কৰিব; আৰু ৰোমীয়া
৪৯ মানুহে আহি আমাৰ এই ঠাই আৰু জাতিকো কাঢ়ি লব। কিন্তু
তেওঁবিলাকৰ মাজৰ কায়াফা নামেৰে এজনে সেই বছৰত মহা-পুৰোহিত
৫০ হৈ তেওঁবিলাকক কলে, তোমালোকে একো নুবুজা, আৰু বিবেচনাও
নকৰা, যে, এই গোটেই জাতিৰ বিনাশ নহবলৈ, ৰাইজৰ নিমিত্তে
৫১ এজন মানুহ মৰিলেই তোমালোকলৈ ভাল। তেওঁ এই কথা নিজৰ
৫২ পৰা কোৱা নাই; কিন্তু সেই বছৰত মহা-পুৰোহিত হৈ এই ভাববাণী
কলে যে, যীচুৱে সেই জাতিৰ নিমিত্তে প্ৰাণ এৰিব, আৰু অকল সেই
জাতিৰ নিমিত্তেই নহয়, কিন্তু ঠায়ে ঠায়ে গোট গোট হোৱা ঈশ্বৰৰ সন্তান-
বিলাকক যেন চপাই এক কৰে,[1] এই নিমিত্তেও প্ৰাণ এৰিব। এতেকে
৫৩ সেই দিনৰে পৰা তেওঁক বধ কৰিবলৈ তেওঁবিলাকে আলচ কৰিলে।
৫৪ এই হেতুকে, যীচুৱে যিহুদীবিলাকৰ মাজত দেখাকৈ আৰু অহা-যোৱা
নকৰি, তাৰ পৰা অৰণ্যৰ ওচৰৰ দেশৰ ইফ্ৰয়িম নামেৰে এখন গাৱঁলৈ
গৈ, শিষ্যবিলাকেৰে সৈতে তাত থাকিল।
৫৫ এই সময়ত যিহুদীবিলাকৰ নিস্তাৰ-পৰ্ব্ব ওচৰ হলত সেই পৰ্ব্বৰ
আগেয়ে আপোনালোকক শুচি কৰিবলৈ অনেক মানুহ গাওঁ ভূইৰ
৫৬ পৰা যিৰূচালেমলৈ আহিল। তাতে তেওঁবিলাকে যীচুক বিচাৰি,
ধৰ্ম্মধামত থিয় হৈ থাকোঁতে, ইটোৱে সিটোৱে কোৱাকুই কৰিলে, তোমা-
৫৭ লোকৰ মনে কি ধৰে? তেওঁ এই পৰ্ব্বলৈ নাহে নে? কিন্তু প্ৰধান
পুৰোহিত আৰু ফৰীচীবিলাকে তেওঁক ধৰিবৰ নিমিত্তে, এই আজ্ঞা
দিছিল, বোলে, তেওঁ ক'ত আছে, তাক কোনোবাই জানিলে, সি
দেখুৱাই দিব লাগে।

---

[1] যিচ ৪৯; ৬। যো ১০; ১৬। ইফি ২; ১৪-১৮।

## যীচুক সুগন্ধি তেল ঘঁহা, আৰু তাৰ অৰ্থ।

১২ ১ যি লাজাৰক যীচুৱে মৃতবিলাকৰ মাজৰ পৰা তুলিছিল, সেই
লাজাৰ য'ত আছিল, নিস্তাৰ-পৰ্ব্বৰ ছদিনৰ আগেয়ে যীচু সেই বৈথনিয়ালৈ
২ আহিল। সেই ঠাইতে তেওঁবিলাকে তেওঁলৈ ৰাতি ভোজ পাতিলত,[1]
মাৰ্থাই বাঢ়ি দিলে, আৰু লাজাৰো তেওঁৰ লগত বহাবিলাকৰ এজন।
৩ তেতিয়া মৰিয়মে আদ্‌সের বহুমূল্য অকৃত্রিম জটামাংসীৰ সুগন্ধি তেল
আনি, যীচুৰ চৰণত ঘঁহি, তাইৰ চুলিৰে তেওঁৰ চৰণ মচিলে; তাতে
৪ তেলৰ সুগন্ধে ঘৰ গোটেইটো জুৰিলে। তেতিয়া তেওঁৰ শিষ্যবিলাকৰ
মাজৰ যি জনে তেওঁক শক্ৰৰ হাতত শোধাই দিব, সেই ঈষ্কৰিয়োতীয়া
৫ যিহূদাই কলে, এই তেল তিনি শ টকালৈ বেচি, দৰিদ্ৰবিলাকক কিয়
৬ দান কৰা নহল? সি যে দৰিদ্ৰবিলাকলৈ চিন্তা কৰিলে, এনে নহয়;
কিন্তু সি চোৰ; আৰু তাৰ হাতত ধনৰ জোলোঙা থকাত, তাৰ ভিতৰত
৭ যি দিয়া যায়, তাকে হৰণ কৰে, এই কাৰণেই সেই কথা কলে। তাতে
যীচুৱে কলে, মোক মৈদামত থোৱা দিনৰ নিমিত্তে তাই ইয়াক ৰাখক
৮ দিয়া; কিয়নো দৰিদ্ৰবিলাক তোমালোকৰ লগত সদায় আছে; কিন্তু
মই তোমালোকৰ লগত সদায় নাথাকোঁ।
৯ পাছে যীচ সেই ঠাইতে আছে বুলি জানি, যিহূদীবিলাকৰ বৰ
এজুম মানুহে, অকল তেওঁৰ নিমিত্তে নহয়, কিন্তু তেওঁ যি জনক মৃত-
বিলাকৰ মাজৰ পৰা তুলিছিল, সেই লাজাৰকো দেখিবলৈ তালৈ
১০ আহিল। কিন্তু প্ৰধান পুৰোহিতবিলাকে লাজাৰকো বধ কৰিবলৈ
১১ আলচ কৰিলে; কিয়নো তাৰ দ্বাৰাই যিহূদীবিলাকৰ অনেকে গৈ গৈ
যীচুত বিশ্বাস কৰিলে।

### যীচুৰ জয়-যাত্ৰা।

১২ পাছদিনা,[2] পৰ্ব্বলৈ অহা বৰ এজুম মানুহে, যিৰূচালেমলৈ যীচু
১৩ আহিছে বুলি শুনি, খাজুৰ পাত লৈ, তেওঁক আগ বঢ়াবলৈ গৈ,
ৰিঙিয়া-বিঙিকৈ কলে,

জয়! জয়!* যি জন প্ৰভুৰ নামেৰে আহিছে,
অৰ্থাৎ ইস্ৰায়েলৰ ৰজাই, ধন্য।

---

1 মথি ২৬ ; ৬। মাৰ্ক ১৪ ; ৩। 2 মথি ২১ ; ১-১১। মাৰ্ক ১১ ; ১-১০।
লূক ১৯ ; ২৯-৪০। * হোচান্না!

১৪ তেতিয়া, যেনেকৈ লিখা আছে,[1]
হে চিয়োন-জীয়াৰী, ভয় নকৰিবা ;
চোৱা, তোমাৰ ৰজা গাধৰ পোৱালিত উঠি আহিছে ;
১৫ তেনেকৈ, যীচুৱে এটা ডেকা গাধ পাই, তাৰ ওপৰত বহিল।
১৬ এই সকলো বিষয় শিষ্যবিলাকে প্ৰথমতে বুজা নাছিল ; কিন্তু যেতিয়া যীচু
মহিমান্বিত হল, তেতিয়া, এনে কথা যে তেওঁৰ বিষয়ে লিখা আছিল,
আৰু তেওঁবিলাকে যে তেওঁলৈ এনে এনে কৰ্ম্ম কৰিলে, সেই সকলো
১৭ তেওঁবিলাকৰ মনত পৰিল। যেতিয়া তেওঁ লাজাৰক মৈদামৰ পৰা মাতি,
মৃতবিলাকৰ মাজৰ পৰা তুলিছিল, তেতিয়া যি এজুম মানুহ তেওঁৰ
১৮ লগত আছিল, তেওঁবিলাকে সাক্ষ্য দি আছিল। এই কাৰণে এইজুম
মানুহে তেওঁক আগ বঢ়াবলৈ গৈছিল ; কিয়নো তেওঁ যে সেই আচৰিত
১৯ কৰ্ম্ম কৰিলে, তাকে ইবিলাকে শুনিছিল। তাতে ফৰীচীবিলাকে
ইটোৱে সিটোৱে কোৱাকুই কৰিলে, বোলে, দেখিছা, যে তোমালোকৰ
শ্ৰম একো নফলিয়ায় ; চোৱা, জগতখনেই তেওঁৰ পাছত গল।

কেইজনমান গ্ৰীক মানুহে যীচুৰ লগত সাক্ষাৎ কৰা।

২০ যিবিলাকে ভজনা কৰিবৰ নিমিত্তে পৰ্ব্বলৈ আহিছিল, তেওঁবিলাকৰ
২১ মাজত কেতবিলাক গ্ৰীক মানুহ আছিল। তেওঁবিলাকে গালীলৰ
বৈৎচৈদা-নিবাসী ফিলিপৰ ওচৰলৈ আহি কলে, মহাশয়, আমি যীচুক
২২ দেখিবলৈ ইচ্ছা কৰোঁ। তেতিয়া ফিলিপে আহি আন্দ্ৰিয়ক কলে ;
২৩ আন্দ্ৰিয়ই ফিলিপেৰে সৈতে আহি, যীচুক জনালে। যীচুৱে উত্তৰ দি
তেওঁবিলাকক কলে, মানুহৰ পুত্ৰ মহিমান্বিত হবৰ সময় আহিল।
২৪ মই তোমালোকক অতি সঁচাকৈ কওঁ, ধানৰ গুটি এটি যদি মাটিত
পৰি নমৰে, সি অকলেহে থাকে ; কিন্তু যদি মৰে, তেন্তে অনেক ফল
২৫ ধৰে। যি কোনোৱে নিজ প্ৰাণ প্ৰিয় বুলি মানে, সি তাক হেৰুৱায় ;
আৰু যি কোনোৱে এই জগতত নিজ প্ৰাণ অপ্ৰিয় বুলি মানে, সি
২৬ অনন্ত জীৱনলৈ তাক ৰাখিব।[2] কোনোৱে যদি মোৰ সেৱা কৰিব
খোজে, তেন্তে তেওঁ মোৰ পাছে পাছে আহক ; তাতে মই যি ঠাইত

---

1 জখ ৯ ; ৯। 2 মথি ১০ ; ৩৯। ১৬ ; ২৫। মাৰ্ক ৮ ; ৩৫।
প্ৰ ২ ; ১০।

থাকোঁ, মোৰ সেৱকো সেই ঠাইতে থাকিব ;[1] কোনোৱে যদি মোৰ
সেৱা কৰে, তেন্তে মোৰ পিতৃয়ে তেওঁক সমাদৰ কৰিব।
২৭ এতিয়া মোৰ প্ৰাণ ব্যাকুল হৈছে, আৰু মই কি কম ? হে পিতৃ,
এই সময়ৰ পৰা মোক ৰক্ষা কৰা, ইয়াকে কম নে ? কিন্তু এই কাৰণেহে
২৮ মই এই সময়লৈ আহিলোঁ। হে পিতৃ, তোমাৰ নাম মহিমান্বিত কৰা।
তাতে, মই মহিমান্বিত কৰিলোঁ, আৰো মহিমান্বিত কৰিম, এনে বুলি
২৯ আকাশী বাণী আহিল। তাকে শুনি সেই থিয় হৈ থকা মানুহ জুমে কলে,
মেঘে গাজিলে ; আন আনবিলাকে কলে, স্বৰ্গৰ দূতে এওঁক কথা কলে।
৩০ যীচুৱে উত্তৰ দি কলে, মোৰ নিমিত্তে এই বাণী হোৱা নাই, তোমা-
৩১ লোকৰ নিমিত্তেহে হল। এতিয়া এই জগতৰ সোধ-বিচাৰ হৈছে ;
৩২ এতিয়া এই জগতৰ অধিপতিক খেদি দিয়া হব।[2] আৰু মই পৃথিবীৰ
পৰা উত্তোলিত হলে,[3] সকলোকে মোৰ ওচৰলৈ আকৰ্ষণ কৰিম।
৩৩ তেওঁ কেনে মৰণেৰে মৰিব, তাক বুজাবৰ নিমিত্তে এই কথা কলে।
৩৪ তাতে সেই মানুহ জুমে তেওঁক উত্তৰ দিলে, আমি বিধান-শাস্ত্ৰত
শুনিছোঁ,[4] যে খ্ৰীষ্ট সদায় থাকে ; তেন্তে মানুহৰ পুত্ৰ উত্তোলিত হব
লাগিব, এনে কথা তুমি কেনেকৈ কৈছা ? এই মানুহৰ পুত্ৰ নো কোন ?
৩৫ তাতে যীচুৱে তেওঁবিলাকক কলে, তোমালোকৰ মাজত আৰু অলপ
কালহে পোহৰ আছে। আন্ধাৰে যেন তোমালোকক নধৰে, এই
নিমিত্তে তোমালোকৰ লগত পোহৰ থাকোঁতেই অহা-যোৱা কৰাহঁক।
৩৬ যি জন আন্ধাৰত ফুৰে, সি ক'লৈ যায়, তাক নাজানে। তোমালোক
যেন পোহৰৰ সন্তান হোৱা, এই নিমিত্তে তোমালোকৰ লগত পোহৰ
থাকোঁতেই, পোহৰত বিশ্বাস কৰা।

## যীচুত বিশ্বাস আৰু অবিশ্বাসৰ বিষয়।

এই কথা কৈ যীচু গুচি গৈ, তেওঁবিলাকৰ পৰা নিজকে লুকুৱালে।
৩৭ তেওঁ ইমান আচৰিত কৰ্ম্ম তেওঁবিলাকৰ আগত কৰিলতো, তথাপি
তেওঁবিলাকে তেওঁত বিশ্বাস নকৰিলে। কাৰণ, যীচয়া ভাববাদীয়ে যি
কথা কৈছিল,[5] বোলে,

---

1 যো ১৪ ; ৩। ১৭ ; ২৪। ১ থি ৪ ; ১৭। 2 লূক ১০ ; ১৮।
3 যো ৩ ; ১৪, ১৫। ৮ ; ২৮। 4 গীত ১১০ ; ৪। যিচ ৯; ৭। দা ৭; ১৪
5 যিচ ৫৩ ; ১।

হে প্ৰভু, আমি কোৱা বাতৰি কোনে বিশ্বাস কৰিলে?
আৰু প্ৰভুৰ বাহুবল কাৰ আগত প্ৰকাশিত হব?
৩৮ সেই কথা সিদ্ধ হবৰ নিমিত্তে এনেকুৱা হল এই কাৰণে তেওঁবিলাকে
৩৯ বিশ্বাস কৰিব নোৱাৰিলে। যিচয়াই আকৌ কৈছিল[1] বোলে,
৪০ তেওঁ তেওঁবিলাকৰ চকু অন্ধ কৰি, চিত্তো টান কৰিলে,
যেন তেওঁবিলাকে চকুৰে নেদেখে, চিত্তেৰে নুবুজে, আৰু নুঘুৰে,
আৰু মই তেওঁবিলাকক যেন সুস্থ নকৰোঁ।
৪১ যিচয়াই তেওঁৰ গৌৰৱ দেখি, তেওঁৰ বিষয়ে প্ৰচাৰ কৰি এইবোৰ কথা
৪২ কলে। তথাপি শাসনকৰ্ত্তাবিলাকৰ মাজৰো অনেকে তেওঁত বিশ্বাস
কৰিলে; কিন্তু পাছে তেওঁবিলাকক নাম-ঘৰৰ পৰা আঁতোচা খেদে, এই
৪৩ ভয়তে ফৰীচীবিলাকৰ কাৰণে তেওঁবিলাকে স্বীকাৰ নকৰিলে; কিয়নো
ঈশ্বৰৰ প্ৰশংসাতকৈ তেওঁবিলাকে মানুহৰ প্ৰশংসা ভাল বুলি মানিলে।
৪৪ যীচুৱে বৰ মাতেৰে কলে, যি কোনোৱে মোত বিশ্বাস কৰে, সি
৪৫ মোত নহয়, কিন্তু মোক পঠোৱা জনাতহে বিশ্বাস কৰে। আৰু যি
৪৬ কোনোৱে মোক দেখে, সি মোক পঠোৱা জনাকেই দেখে। মই জগতলৈ
৪৭ পোহৰ হৈ আহিছোঁ যেন যি কোনোৱে মোত বিশ্বাস কৰে, তেওঁ
আন্ধাৰত নাথাকে। কোনোবাই মোৰ কথা শুনি যদি পালন নকৰে,
তথাপি মই তাৰ সোধ-বিচাৰ নকৰোঁ; কাৰণ মই জগতৰ সোধ-বিচাৰ
কৰিবলৈ অহা নাই, কিন্তু জগতৰ পৰিত্ৰাণ কৰিবলৈহে আহিলোঁ।
৪৮ যি কোনোৱে মোক অগ্ৰাহ্য কৰে, আৰু মোৰ কথাও নলয়, তাৰ
সোধ-বিচাৰ কৰোঁতা আছে; অৰ্থাৎ মই কোৱা বাক্যই শেষৰ দিনা
৪৯ তাৰ সোধ-বিচাৰ কৰিব। কাৰণ, মই নিজৰ পৰা কোৱা নাই; কিন্তু
কি কব লাগে, কি বুলিব লাগে, তাক মোক পঠোৱা পিতৃয়ে মোক
৫০ আদেশ দিলে। আৰু তেওঁৰ আদেশ যে অনন্ত জীৱন, তাক মই
জানো; এই হেতুকে মই যি যি কওঁ, পিতৃয়ে মোক কোৱাৰ দৰেইহে
তাকে কওঁ।

## যীচুৱে শিষ্যবিলাকৰ ভৰি ধুউৱা।

১৩ ১ নিস্তাৰ-পৰ্ব্বৰ আগেয়ে, যীচুৱে, এই জগতৰ পৰা পিতৃৰ
ত'লৈ যাবলৈ তেওঁৰ সময় আহিল বুলি জানি, জগতত থকা যি নিজৰ

---

[1] যিচ ৬ ; ৯, ১০।

বিলাকক প্ৰেম কৰিছিল, তেওঁবিলাকক শেষলৈকে প্ৰেম কৰিলে।
২ আৰু ৰাতি ভোজন কৰা সময়ত,—তেওঁক শক্ৰৰ হাতত শোধাই
দিবলৈ চিমোনৰ পুতেক ঈষ্কৰিয়োতীয়া যিহুদাৰ হৃদয়ত দিয়াবলে
৩ বুদ্ধি দিয়াৰ পাছত—যীচুৱে, যে পিতৃয়ে তেওঁৰ হাতত সকলোকে
সমৰ্পণ কৰিলে, আৰু নিজে যে ঈশ্বৰৰ পৰা আহিছিল আৰু ঈশ্বৰৰ
৪ ওচৰলৈ যাব, এই সকলোকে জানি, তেওঁ ভোজনৰ পৰা উঠি, গাৰ
৫ কাপোৰ থৈ এখন গামোচা লৈ, নিজ কঁকাল বান্ধিলে। তেতিয়া
তেওঁ চৰিয়াত পানী বাকি, শিষ্যবিলাকৰ ভৰি ধুৱাই, কঁকালত বান্ধি
৬ লোৱা গামোচাৰে মচিবলৈ ধৰিলে। তাতে তেওঁ চিমোন পিতৰৰ
ওচৰলৈ আহিলত, পিতৰে তেওঁক কলে, হে প্ৰভু, আপুনি মোৰ ভৰি
৭ ধুৱাব নে? যীচুৱে উত্তৰ দি তেওঁক কলে, মই যি কৰিছোঁ, তাক
৮ তুমি এতিয়া নাজানা; কিন্তু ইয়াৰ পাছত জানিবা। তাতে পিতৰে
তেওঁক কলে, আপুনি মোৰ ভৰি কেতিয়াও নুধুৱাব। যীচুৱে উত্তৰ
দিলে, যদি তোমাক নুধুৱাওঁ,[1] তেন্তে মোৰে সৈতে তোমাৰ একো
৯ ভাগ নাই। চিমোন পিতৰে তেওঁক কলে, হে প্ৰভু, মোৰ অকল ভৰি
১০ নহয়, হাতো মূৰো ধুৱাওক। যীচুৱে তেওঁক কলে, গা ধোৱা মানুহৰ
ভৰিৰ বিনে, আন একো ধুবৰ প্ৰয়োজন নাই; সি গোটেইটো শুচি
১১ আছেই। আৰু তোমালোক শুচি আছা; কিন্তু সকলো নহয়।
কিয়নো যি জনে তেওঁক শোধাই দিব, তাক তেওঁ জানিছিল; এই
হেতুকে তেওঁ কলে, তোমালোক সকলো যে শুচি, এনে নহয়।
১২ তেওঁ তেওঁবিলাকৰ ভৰি ধুৱাই এঁটাই, নিজৰ কাপোৰ লৈ আকৌ
বহি, তেওঁবিলাকক কলে, মই তোমালোকক কি কৰিলোঁ, তাক
১৩ জানিছা নে? তোমালোকে মোক গুৰু আৰু প্ৰভু বুলি মাতা, ই
১৪ ভাল কথা; কিয়নো মই সেয়েই হওঁ। এতেকে, প্ৰভু আৰু গুৰু
যি মই, মই যদি তোমালোকৰ ভৰি ধুৱালোঁ, তেন্তে তোমালোকেও
১৫ ইজনে সিজনৰ ভৰি ধুউৱা উচিত। কিয়নো মই তোমালোকৰ প্ৰতি
যেনেকৈ আচৰণ কৰিলোঁ, তোমালোকেও যেন তেনেকৈ কৰা,
১৬ এই নিমিত্তে তোমালোকক আহি দেখুৱালোঁ।[2] মই তোমালোকক
অতি সঁচাকৈ কওঁ, প্ৰভুতকৈ দাস বৰ নহয়, আৰু পঠোৱা জনতকৈ
১৭ পঁাচনি বৰ নহয়। এইবোৰ জানি যদি পালন কৰা, তেন্তে তোমালোক

---

1 ১ কৰি ৬ ; ১১। ইফি ৫ ; ২৬, ২৭। তীত ৩ ; ৫। 2 ১ পি ২ ; ২১।

১৮ খন্ড। তোমালোক সকলোৰে বিষয়ে এই কথা কৈছোঁ, এনে নহয়;
যিবিলাকক মই মনোনীত কৰিলোঁ, তেওঁবিলাকক জানো; কিন্তু শাস্ত্রীয়
বচন[1] সিদ্ধ হবলৈ, যি জনে মোৰ পিঠা খায়, সেই জনে মোৰ বিৰুদ্ধে
১৯ গোৰোৱা দাঙিলে। এয়ে যেতিয়া ঘটিব, তেতিয়া ময়েই যে সেই জনা,
ইয়াক তোমালোকে যেন বিশ্বাস কৰা, এই নিমিত্তে ঘটাৰ আগেয়ে,
২০ মই এতিয়াৰ পৰা তোমালোকক কৈছোঁ। মই তোমালোকক অতি
সঁচাকৈ কওঁ, মই যি কোনোক পঠাই দিওঁ, তাক যি কোনোৱে
গ্ৰহণ কৰে, তেওঁ মোকেই গ্ৰহণ কৰে; আৰু যি কোনোৱে মোক
গ্ৰহণ কৰে, তেওঁ মোক পঠোৱা জনাকেই গ্ৰহণ কৰে।[2]

## যীচুক শত্রুৰ হাতত শোধাই দিওঁতা প্ৰকাশিত হোৱা।

২১ এই কথা কৈ, যীচুৱে আত্মাত ব্যাকুল হৈ, সাক্ষ্য দি কলে, মই
তোমালোকক অতি সঁচাকৈ কওঁ, তোমালোকৰ এজনে মোক শত্রুৰ
২২ হাতত শোধাই দিব। তেওঁ কাৰ বিষয়ে এই কথা কলে, শিষ্যবিলাকে
ইয়াতে সংশয় কৰি, ইটোৱে সিটোয়ে মুখলৈ চোৱাচুই কৰিবলৈ ধৰিলে।
২৩ তাতে যি শিষ্যক যীচুৱে প্ৰেম কৰিছিল, সেই শিষ্য মেজৰ কাষত হেলনীয়া
হৈ পৰি, যীচুৰ বুকুৰ ওচৰত থকাত, চিমোন পিতৰে তেওঁক ইঙ্গিত
২৪ দি কলে, বোলেঁ, তেওঁ কাৰ বিষয়ে এই কথা কৈছে, সোধাচোন।
২৫ তাতে তেওঁ সেই থকাৰ দৰেই, যীচুৰ বুকুলৈ হলি গৈ, তেওঁক সুধিলে,
২৬ হে প্ৰভু, সেই জন নো কোন? যীচুৱে উত্তৰ দিলে, যি জনলৈ এই
পিঠা ডোখৰ জুবুৰীয়াম, আৰু যি জনক দিম, সিয়েই সেই জন।
তাতে তেওঁ পিঠা ডোখৰ জুবুৰিয়াই লৈ, ঈষ্কৰিয়োতীয়া চিমোনৰ পুতেক
২৭ যিহূদাক দিলে। সেই ডোখৰ পোৱাৰ পাছতেই, চয়তান তাৰ ভিতৰ
সোমাল। তেতিয়া যীচুৱে তাক কলে, তুমি যি কৰিবা, তাক বেগাই
২৮ কৰা। কিন্তু তেওঁ কি আশয়েৰে এই কথা কলে, তাক সেই ভোজনত
২৯ বহাবিলাকৰ কোনেও নুবুজিলে। কিয়নো কেতবিলাকে ভাবিলে, যে,
যিহূদাৰ লগত ধনৰ জোলোঙা থকাৰ কাৰণে, পৰ্ব্বলৈ যি যি লাগে,
তাকে কিনিবলৈ, নাইবা দৰিদ্ৰবিলাকক কিবা দিবলৈ, যীচুৱে তাক এই
৩০ কথা কলে। তাতে, সেই পিঠা ডোখৰ গ্ৰহণ কৰাত, সি তেতিয়াই
বাহিৰলৈ গল। তেতিয়া ৰাতি আছিল।

---

[1] গীত ৪১; ৯। [2] লূক ১০; ১৬।

শিষ্যবিলাকেৰে সৈতে যীচুৰ কথোপকথন, জীৱনৰ বিষয়।

৩১ সি বাহিৰলৈ গলত, যীচুৱে কলে, এতিয়া মানুহৰ পুত্ৰ মহিমান্বিত
৩২ হল, আৰু ঈশ্বৰো তেওঁত মহিমান্বিত হল ;[1] ঈশ্বৰেও নিজত তেওঁক
৩৩ মহিমান্বিত কৰিব, আৰু তৎক্ষণাৎ তেওঁক মহিমান্বিত কৰিব। বোপাইত,
তোমালোকৰ লগত মই আৰু অলপ সময় আছোঁ। তোমালোকে মোক
বিচাৰিবা ; কিন্তু মই যিহুদীবিলাকক যেনেকৈ কৈছিলোঁ, যে, মই যি
ঠাইলৈ যাওঁ, সেই ঠাইলৈ তোমালোকে যাব নোৱাৰা, তেনেকৈ এতিয়া
৩৪ তোমালোককো কৈছোঁ। মই তোমালোকক এক নতুন আজ্ঞা দিওঁ,
যে, তোমালোকে যেন পৰস্পৰে প্ৰেম কৰা ;[2] মই যেনেকৈ তোমা-
লোকক প্ৰেম কৰিলোঁ, তেনেকৈ তোমালোকেও যেন পৰস্পৰে প্ৰেম কৰা।
৩৫ তোমালোকে যদি আপোনালোকৰ মাজত পৰস্পৰে প্ৰেম ৰাখা, তেন্তে
তোমালোক যে মোৰ শিষ্য, ইয়াক তাৰ দ্বাৰাই সকলোৱে জানিব।
৩৬ চিমোন পিতৰে তেওঁক সুধিলে, হে প্ৰভু, আপুনি ক'লৈ যায় ?
যীচুৱে উত্তৰ দিলে, মই য'লৈ যাওঁ, তালৈ তুমি এতিয়া মোৰ পাছে
পাছে আহিব নোৱাৰা ; কিন্তু পাছত তুমি মোৰ পাছে পাছে আহিবা।
৩৭ পিতৰে তেওঁক কলে, হে প্ৰভু, এতিয়াই নো কি কাৰণে আপোনাৰ
পাছে পাছে যাব নোৱাৰোঁ ? আপোনাৰ নিমিত্তে প্ৰাণকো দিওঁ।
৩৮ যীচুৱে উত্তৰ দিলে, মোৰ নিমিত্তে তোমাৰ প্ৰাণ দিবা নে ? মই
তোমাক অতি সঁচাকৈ কওঁ, তুমি মোক তিনিবাৰ আসৈ নামাতামানে,
কুকুৰাই ডাক নিদিব।

১৪ ১ তোমালোকৰ হৃদয় ব্যাকুল নহওক ; ঈশ্বৰত বিশ্বাস কৰা,
২ আৰু মোতো বিশ্বাস কৰা। মোৰ পিতৃৰ ঘৰত অনেক থকা ঠাই
আছে ; নোহোৱা হলে, মই তোমালোকলৈ ঠাই যুগুত কৰিবলৈ যাওঁ বুলি,
৩ তোমালোকক কলোঁহেঁতেন নে ? আৰু মই তোমালোকলৈ যদি ঠাই যুগুত
কৰোঁগৈ, তেন্তে মই যি ঠাইত থাকোঁ,[3] তোমালোকো সেই ঠাইতে
যেন থাকিবলৈ পোৱা, এই নিমিত্তে মই আকৌ আহি তোমালোকক
৪ মোৰ ওচৰলৈ লৈ যাম। মই যি ঠাইলৈ যাওঁ, তোমালোকে তাৰ বাট
৫ জানা। থোমাই তেওঁক কলে, হে প্ৰভু, আপুনি ক'লৈ যায়, তাকেই

---

1 যো ১২ ; ২৩। ১৭ ; ১-৫। 2 যো ১৫ ; ১২, ১৭। ১ যো ৪ ; ২১।
3 যো ১২ ; ২৬। ১৭ ; ২৪। ১ থি ৪ ; ১৭।

৬ আমি নাজানো ; তেন্তে বাট নো কেনেকৈ জানো ? যীচুৱে তেওঁক
কলে,ময়েই বাট আৰু সত্য আৰু জীৱন ; ময়েদি নগলে, পিতৃৰ
৭ ওচৰলৈ কোনো নাযায়। তোমালোকে মোক জনা হলে, মোৰ পিতৃকো
জানিলাহেঁতেন ; এতিয়াৰ পৰা তোমালোকে তেওঁক জানিছা আৰু
দেখিছাও।

৮ ফিলিপে তেওঁক কলে, হে প্ৰভু, পিতৃকে আমাক দেখুৱাওক, সেয়ে
৯ আমালৈ যথেষ্ট। যীচুৱে কলে, হে ফিলিপ, মই তোমালোকৰ লগত
ইমান দিন থকাতো, তুমি মোক চিনা নাই নে ? যি জনে মোক
দেখিলে, সি মোৰ পিতৃকেই দেখিলে ;[1] তেন্তে পিতৃক দেখুৱাওক বুলি
১০ কেনেকৈ কৈছা ? মই যে পিতৃত আছোঁ, আৰু পিতৃও যে মোত
আছে, ইয়াক বিশ্বাস নকৰা নে ? মই যি যি কথা তোমালোকক কওঁ,
সেইবোৰ নিজৰ পৰা নকওঁ ; কিন্তু পিতৃয়ে মোত থাকি তেওঁৰ কাৰ্য্য-
১১ বোৰ সাধন কৰে। মই যে পিতৃত আছোঁ, আৰু পিতৃও যে মোত
আছে, মোৰ এই কথাতে বিশ্বাস কৰা ; নাইবা সেই কাৰ্য্যবোৰৰ নিমিত্তেই
মোত বিশ্বাস কৰা।

১২ মই তোমালোকক অতি সঁচাকৈ কওঁ, মই যি যি কাৰ্য্য কৰোঁ,
মোত বিশ্বাস কৰা জনেও তেনেকুৱা কাৰ্য্য কৰিব ; আৰু তাতকৈয়ো
১৩ মহৎ মহৎ কাৰ্য্য কৰিব ; কাৰণ, মই পিতৃৰ ওচৰলৈ যাওঁ। আৰু
পুত্ৰত যেন পিতৃ মহিমান্বিত হয়, এই নিমিত্তে, মোৰ নামেৰে যিহকে
১৪ খুজিবা, মই তাকে সিদ্ধ কৰিম।[2] তোমালোকে মোৰ নামেৰে যদি
মোক কিবা খুজিবা, তেন্তে তাক মই সিদ্ধ কৰিম।

১৫ তোমালোকে যদি মোক প্ৰেম কৰা, তেন্তে মোৰ আজ্ঞাবোৰ পালন
১৬ কৰিবা।[3] আৰু মই পিতৃৰ আগত নিবেদন কৰিম, তাতে তোমালোকেৰে
সৈতে সদায় থাকিবলৈ, তেওঁ আন এজন সহায়কৰ্ত্তা* অৰ্থাৎ সত্যৰ
১৭ আত্মা তোমালোকক দিব। জগতে তেওঁক গ্ৰহণ কৰিব নোৱাৰে ;
কিয়নো সি তেওঁক নেদেখে, আৰু নাজানেও ; তোমালোকে হলে
তেওঁক জানা; কিয়নো তেওঁ তোমালোকেৰে সৈতে নিবাস কৰে, আৰু
তোমালোকৰ অন্তৰত থাকিব।[4]

---

[1] যো ১২ ; ৪৫। কল ১ ; ১৫। ইব্ৰী ১ ; ৩।

[2] মথি ৭; ৭। ২১ ; ২২। মাৰ্ক ১১ ; ২৪। লূক ১১ ; ৯। যো ১৫ ; ৭, ১৬। ১৬ ; ২৩ ২৪। [3] যো ১৫ ; ১০, ১৪। ১ যো ৫; ৩। যো ১৫ ; ২৬। ১৬ ; ৭-১৪। * (বা) উকিল, শান্ত্বনাকৰ্ত্তা। [4] ১ যো ২; ২৭।

১৮ মই তোমালোকক অনাথকৈ এৰি নাযাওঁ; তোমালোকৰ ওচৰলৈ
১৯ আহিম। অলপ কালৰ পাছত জগতে মোক আৰু দেখিবলৈ নাপায়;
কিন্তু তোমালোকে হলে মোক দেখা পাবা; কাৰণ, মই জীওঁ, আৰু
২০ তোমালোকো জীয়াই থাকিবা। মই যে পিতৃত আছোঁ, তোমালোকো
যে মোত আছা, মইও যে তোমালোকত আছোঁ, ইয়াক সেই দিনা
২১ জানিবা। যি জনে মোৰ আজ্ঞা পাই পালন কৰে, সেই জনে মোক
প্ৰেম কৰে; আৰু যি জনে মোক প্ৰেম কৰে, সেই জন মোৰ পিতৃৰ
প্ৰেমৰ পাত্ৰ হব, আৰু মইও সেই জনক প্ৰেম কৰি, তেওঁৰ আগত
২২ নিজকে প্ৰকাশ কৰিম। তেতিয়া ঈষ্কৰিয়োতীয়া নহয়, আন যিহূদাই
তেওঁক কলে, হে প্ৰভু, কি নো হল, যে, আপুনি জগতৰ আগত
২৩ নহৈ, আমাৰ আগত আপোনাকে প্ৰকাশ কৰিব? যীচুৱে উত্তৰ দি
তেওঁক কলে, কোনোৱে যদি মোক প্ৰেম কৰে, তেন্তে সি মোৰ বাক্য
পালন কৰিব; মোৰ পিতৃয়ে তাক প্ৰেম কৰিব, আৰু আমি
২৪ তাৰ ওচৰলৈ আহি, তাৰে সৈতে নিবাস কৰিম।[1] যি জনে মোক
প্ৰেম নকৰে, সেই জনে মোৰ বাক্যও পালন নকৰে; আৰু এই যি
বাক্য তোমালোকে শুনিবলৈ পাইছা, সি মোৰ নহয়, কিন্তু মোক
পঠোৱা পিতৃৰহে।
২৫ মই তোমালোকৰ লগত থাকোঁতেই, তোমালোকক এইবোৰ কথা
২৬ কলোঁ; কিন্তু পিতৃয়ে মোৰ নামেৰে যি জনক পঠাব সেই সহায়কৰ্ত্তা,*
অৰ্থাৎ পবিত্ৰ আত্মাই তোমালোকক সকলো কথা শিকাই, মই কোৱা
২৭ আটাই কথা তোমালোকক সোঁৱৰাব। মই তোমালোকলৈ শান্তি এৰি
যাওঁ, মোৰ শান্তি তোমালোকক দিওঁ; জগতে যেনেকৈ দিয়ে, মই
তেনেকৈ নিদিওঁ। তোমালোকৰ হৃদয় ব্যাকুল নহওক, আৰু ভয়াতুৰো
২৮ নহওক। মই গৈ তোমালোকৰ ওচৰলৈ যে আহিম, মই কোৱা এই
কথা তোমালোকে শুনিলা। মোক প্ৰেম কৰা হলে, মই যে পিতৃৰ
ওচৰলৈ যাওঁ, ইয়াৰ কাৰণে তোমালোকে আনন্দ কৰিলাহেঁতেন;
২৯ কিয়নো পিতৃ মোতকৈ মহান্। আৰু এতিয়াই ঘটাৰ পূৰ্ব্বেই মই
তোমালোকক কলোঁ, যেন এইবোৰ ঘটাৰ সময়ত তোমালোকে বিশ্বাস
৩০ কৰা। তোমালোকেৰে সৈতে মই অধিক কথা আৰু নহম, কিয়নো
৩১ জগতৰ অধিপতি আহিছে; আৰু মোত তাৰ একো নাই। কিন্তু মই

1, ২ কৰি ৬; ১৬। প্ৰ ৩; ২০।

যে পিতৃক প্ৰেম কৰোঁ, আৰু পিতৃয়ে মোক আজ্ঞা দিয়াৰ দৰে যে কৰ্ম্ম
কৰোঁ, ইয়াকে জগতে জানিবৰ নিমিত্তে, উঠা, ইয়াৰ পৰা যাওঁহঁক।

শিষ্যবিলাকেৰে সৈতে যীচুৰ কথোপকথন, কাৰ্য্যৰ বিষয়।

১৫ ১ ময়েই প্ৰকৃত দ্ৰাক্ষালতা; মোৰ পিতৃ খেতিয়ক। মোৰ যি
২ যি ডালত ফল নধৰে, তেওঁ সেইবোৰ গুচাই পেলায়; আৰু যি যি
ডালত ফল ধৰে, সেইবোৰত আৰু অধিক ফল ধৰিবলৈ, পৰিষ্কাৰ
৩ কৰি দিয়ে।[1] মই তোমালোকক কোৱা বাক্যৰ গুণে তোমালোক
৪ এতিয়া পৰিষ্কৃত হৈছা।[2] তোমালোক মোত থাকা, মইও তোমালোকত
থাকিম। দ্ৰাক্ষালতাত লাগি নাথাকিলে, ডালে যেনেকৈ নিজে-নিজেই
ফল ধৰিব নোৱাৰে, তেনেকৈ মোত নাথাকিলে, তোমালোকেও
৫ নোৱাৰা। ময়েই দ্ৰাক্ষালতা, তোমালোক ডাল; যি জন মোত থাকে,
আৰু মইও যি জনত থাকোঁ, সেই জন বহু ফলৱান হয়; কিয়নো
৬ মোৰ বিনে তোমালোকে একো কৰিব নোৱাৰা। কোনোৱে যদি মোত
নাথাকে, তেন্তে তাক, ডালৰ দৰে বাহিৰলৈ পেলোৱাত, সি শুকাই
যায়; আৰু সেইবোৰ গোটাই, জুইত পেলাই দিয়া হয়, তাতে পোৰা
৭ যায়।[3] তোমালোক যদি মোত থাকা, আৰু মোৰ কথাও যদি তোমা-
লোকত থাকে, তেন্তে যিহকে ইচ্ছা কৰা, তাকে খোজা, আৰু সেইটো
৮ তোমালোকক দিয়া হব। ইয়াতে, তোমালোকত অধিক ফল ধৰিবৰ
নিমিত্তে, মোৰ পিতৃ মহিমান্বিত হয়; আৰু ইয়াৰেই তোমালোক মোৰ
৯ শিষ্য হৈ যাবা। পিতৃয়ে যেনেকৈ মোক প্ৰেম কৰিলে, মইও তোমা-
লোকক তেনেকৈ প্ৰেম কৰিলোঁ; তোমালোক মোৰ প্ৰেমতে থাকা।
১০ যদি মোৰ আজ্ঞা পালন কৰা, তেন্তে, মই যেনেকৈ পিতৃৰ আজ্ঞা
পালন কৰি তেওঁৰ প্ৰেমত থাকোঁ, তোমালোকো তেনেকৈ মোৰ
১১ প্ৰেমতে থাকিবা। মই তোমালোকক এইবোৰ কথা কলোঁ, যেন মোৰ
আনন্দ তোমালোকত থাকে, আৰু তোমালোকৰ আনন্দ যেন সম্পূৰ্ণ হয়।
১২ মই যেনেকৈ তোমালোকক প্ৰেম কৰিলোঁ, তেনেকৈ তোমালোকেও
১৩ পৰস্পৰে প্ৰেম কৰিবা, এই মোৰ আজ্ঞা। বন্ধুবিলাকৰ নিমিত্তে, নিজ

---

[1] ইব্ৰী ১২ ; ১১। প্ৰ ৩ ; ১৯। [2] যো ১৭ ; ১৭। গী ১৫ ; ৯।
১ পি ১ ; ২২। [3] মথি ৩ ; ১০। ৭ ; ১৯।

১৪ প্ৰাণ দিয়াতকৈ, আৰু বৰ প্ৰেম কাৰো নাই।[1] তোমালোকক মই
যি যি আজ্ঞা দিওঁ, সেইবোৰ যদি পালন কৰা, তেন্তে তোমালোক
১৫ মোৰ বন্ধু। এতিয়াৰ পৰা মই তোমালোকক দাস নামাতোঁ ; কিয়নো
প্ৰভুৱে যি কৰে, দাসে তাক নাজানে ; কিন্তু মই তোমালোকক বন্ধু বুলি
মাতিলোঁ ; কাৰণ মোৰ পিতৃৰ পৰা যি যি শুনিলোঁ, সেই সকলো
১৬ তোমালোকক জনালো। তোমালোকে যে মোক মনোনীত কৰিলা,
এনে নহয়, মইহে তোমালোকক মনোনীত কৰিলোঁ ; আৰু তোমালোক
যেন গৈ ফলৱন্ত হোৱা, আৰু তোমালোকৰ ফল যেন থাকে, আৰু মোৰ
নামেৰে পিতৃৰ আগত যি খুজিবা, তাকে তেওঁ তোমালোকক যেন
১৭ দিয়ে, এই নিমিত্তে তোমালোকক নিযুক্ত কৰিলোঁ। তোমালোকে
পৰস্পৰে প্ৰেম কৰিবৰ নিমিত্তে মই তোমালোকক এইবোৰ আজ্ঞা দিছোঁ।
১৮ জগতে যদি তোমালোকক ঘিণায়, তেন্তে জানিব লাগে, যে,
১৯ তোমালোকৰ পূৰ্ব্বেই মোকেই ঘিণালে। তোমালোক জগতৰ হোৱা
হলে, জগতে নিজ লোকক ভাল পালেহেঁতেন ; কিন্তু তোমালোক
জগতৰ নোহোৱা, মই তোমালোকক জগতৰ মাজৰ পৰা মনোনীত
২০ কৰিলোঁ, এই কাৰণে জগতে তোমালোকক ঘিণায়। দাস তাৰ
প্ৰভুতকৈ বৰ নহয়,[2] মই তোমালোকক আগেয়ে কোৱা এই বাক্য
সোঁৱৰা। তেওঁবিলাকে যদি মোকেই তাড়না কৰিলে, তেন্তে তোমা-
লোককো তাড়না কৰিব ; মোৰ বাক্য যদি পালন কৰিলে, তেন্তে
২১ তোমালোকৰ বাক্যও পালন কৰিব। কিন্তু যি জনাই মোক পঠালে,
তেওঁক তেওঁবিলাকে নজনা হেতুকে মোৰ নামৰ নিমিত্তে তোমালোকলৈ
২২ এই সকলোকে কৰিব। মই আহি তেওঁবিলাকক কথা নোকোৱা
হলে, তেওঁবিলাকৰ পাপ নহলহেঁতেন ; কিন্তু এতিয়া তেওঁবিলাকৰ
২৩ পাপৰ বিষয়ে আপত্তি দৰ্শাবলৈ তেওঁবিলাকৰ উপায় নাই। যেয়ে মোক
২৪ ঘিণায়, সেয়ে মোৰ পিতৃকো ঘিণায়। আন কোনোৱে যেনে কৰ্ম্ম কৰা
নাই, মই তেওঁবিলাকৰ মাজত তেনে কৰ্ম্ম নকৰা হলে, তেওঁবিলাকৰ
পাপ নহলহেঁতেন ; কিন্তু এতিয়া মোক আৰু মোৰ পিতৃকো তেওঁ-
২৫ বিলাকে দেখিলে, আৰু ঘিণালেও। কিন্তু, 'তেওঁবিলাকে অকাৰণতে
মোক ঘিণালে,'[3] এই যি বচন তেওঁবিলাকৰ বিধান-শাস্ত্ৰত লিখা আছে,

---

[1] যো ৫ ; ৭, ৮ । ১ যো ৩ ; ১৬। [2] মথি ১০ ; ২৪,২৫ । যো ১৩; ১৬।
[3] গীত ৩৫ ; ১৯ । ৬৯ ; ৪ ।

২৬ সেয়ে সিদ্ধ হবলৈ এনেকুৱা হল। কিন্তু যেতিয়া সেই সহায়কৰ্ত্তা*
আহিব, অৰ্থাৎ পিতৃৰ পৰা ওলোৱা যি সত্যৰ আত্মা পিতৃৰ ওচৰৰ
২৭ পৰা মই তোমালোকলৈ পঠাম, তেওঁ মোৰ বিষয়ে সাক্ষ্য দিব। আৰু
তোমালোক আদিৰে পৰা মোৰ লগত থকাৰ কাৰণে, তোমালোকেও
সাক্ষ্য দিছা।

১৬ ১ মই তোমালোকক এইবোৰ কথা কলোঁ, যেন তোমালোকৰ
২ বিঘিনি নহয়। মানুহবিলাকে নাম-ঘৰৰ পৰা তোমালোকক খেদাই দিব;
আৰু যি কালত তোমালোকক বধ কৰোঁতা প্ৰতিজনে, ঈশ্বৰৰ সেৱা
৩ কৰিছোঁ বুলি ভাবিব,[1] এনে কাল আহিছে। তেওঁবিলাকে পিতৃক আৰু
৪ মোকো নজনাৰ কাৰণেই এইবোৰ কৰ্ম্ম কৰিব। কিন্তু যেতিয়া তেনে
কাল আহিব, ময়েই যে তোমালোকক কৈছিলোঁ, ইয়াকে, আৰু কোৱা
কথাকো যেন তেতিয়া সুঁৱৰিবা, এই নিমিত্তে মই এইবোৰ কথা
তোমালোকক কলোঁ।

মই তোমালোকৰ লগত থকাৰ কাৰণে, এইবোৰ কথা আদিৰে
৫ পৰা কোৱা নাই। কিন্তু এতিয়া, মোক পঠোৱা জনাৰ ওচৰলৈ
যাওঁ; তথাপি তুমি ক'লৈ যোৱা বুলি তোমালোকৰ কোনেও মোক
৬ নোসোধে। কিন্তু মই তোমালোকৰ এইবোৰ কথা কোৱাৰ কাৰণে,
৭ তোমালোকৰ হৃদয় শোকেৰে পূৰ হৈছে। তথাপি মই তোমালোকক
সত্য কথা কওঁ, যে, মই যোৱাই তোমালোকৰ হিতহে, কাৰণ, মই
নগলে, তোমালোকলৈ সেই সহায়কৰ্ত্তা* নাহিব; কিন্তু মই গলে,
৮ তোমালোকলৈ তেওঁক পঠাই দিম। তেওঁ আহি, পাপৰ বিষয়ে,
ধাৰ্ম্মিকতাৰ বিষয়ে, আৰু সোধ-বিচাৰৰ বিষয়ে, জগতক দোষৰ প্ৰমাণ
৯ দিব; পাপৰ বিষয়ে, কিয়নো তেওঁবিলাকে মোত বিশ্বাস নকৰে;
১০ ধাৰ্ম্মিকতাৰ বিষয়ে, কিয়নো মই পিতৃৰ ওচৰলৈ যাওঁ, আৰু তোমা-
১১ লোকে মোক আৰু দেখিবলৈ নাপাবা; আৰু সোধ-বিচাৰৰ বিষয়ে,
কিয়নো এই জগতৰ অধিপতিৰ সোধ-বিচাৰ কৰা হল।[2]
১২ তোমালোকক কবলৈ মোৰ আৰু অনেক কথা আছে, কিন্তু সেই
১৩ কথা এতিয়া সহিব নোৱাৰা। কিন্তু সেই সত্যৰ আত্মা যেতিয়া
আহিব, তেতিয়া তেওঁ আটাই সত্যলৈ তোমালোকক পথ দেখুৱাই নিব;[3]

* (বা) উকীল, শান্তনাকৰ্ত্তা। [1] পাঁ ৮ : ১। ৯ ; ১। ২৬ ; ৯-১১
[2] যো ১২ ; ৩১। ইব্ৰী ২ ; ১৪। [3] যো ১৪ ; ২৬।

কিয়নো তেওঁ নিজৰ পৰা নকব ; কিন্তু যিহকে শুনিব, তাকে কব ;
১৪ আৰু তোমালোকক ভবিষ্যত কথা জনাব। তেওঁ মোক মহিমান্বিত
কৰিব ; কিয়নো মোৰ যি আছে, তেওঁ তাৰ পৰা লৈ, তোমালোকক
১৫ জনাব। পিতৃৰ যি যি আছে, সেই সকলো মোৰ ;[1] এই হেতুকে
মই কলোঁ, মোৰ যি আছে, তেওঁ তাৰ পৰা লৈ তোমালোকক জনাব।
১৬ কিছু কালৰ পাছত তোমালোকে মোক আৰু দেখিবলৈ নোপোৱা ;
১৭ কিন্তু আকৌ কিছু কালৰ পাছত, মোক দেখিবলৈ পাবা। ইয়াতে তেওঁৰ
শিষ্যবিলাকৰ কোনো কোনোৱে ইটোৱে সিটোৱে কোৱাকুই কৰি কলে,
'কিছু কালৰ পাছত মোক আৰু দেখিবলৈ নোপোৱা ; কিন্তু আকৌ কিছু
কালৰ পাছত মোক দেখিবলৈ পাবা' ; আৰু 'কিয়নো মই পিতৃৰ
১৮ ওচৰলৈ যাওঁ,' এইটো নো কি কথা তেওঁ আমাক কৈছে ? এতেকে
তেওঁবিলাকে কলে, 'কিছুকাল'—এইটো নো কি কথা কৈছে ? তেওঁ
১৯ কি কৈছে, আমি নুবুজোঁ। যীচুৱে তেওঁবিলাকৰ সুধিবৰ মন জানি
তেওঁবিলাকক কলে, 'কিছু কালৰ পাছত মোক আৰু দেখিবলৈ নোপোৱা,
কিন্তু আকৌ কিছু কালৰ পাছত মোক দেখিবলৈ পাবা', এই যি কথা
মই কলোঁ, ইয়াৰ অৰ্থ তোমালোকে ইটোৱে সিটোত বিচাৰিছা নে ?
২০ মই তোমালোকক অতি সঁচাকৈ কওঁ, তোমালোকে ক্ৰন্দন আৰু
বিলাপ কৰিবা, কিন্তু জগতে আনন্দ কৰিব ; তোমালোকে শোক কৰিবা ;
কিন্তু পাছে তোমালোকৰ সেই শোক আনন্দ পৰিণত হৈ যাব।
২১ প্ৰসৱৰ কাল উপস্থিত হোৱাত তিৰোতাই প্ৰসৱৰ বেদনাত দুখ পায় ;
কিন্তু লৰাটি ওপজালেই, জগতত মানুহ এটা জন্ম হোৱাৰ অতিশয়
২২ আনন্দিত হোৱাত, সেই ক্লেশ তাইৰ মনত নাথাকে। সেই দৰে
তোমালোকৰো এতিয়া শোক আছে ; কিন্তু মই আকৌ তোমালোকক
দেখিবলৈ পাম ; তাতে তোমালোকৰ হৃদয় আনন্দিত হব, আৰু
তোমালোকৰ সেই আনন্দ কোনেও তোমালোকৰ পৰা কাঢ়ি নিনিয়ে।
২৩ সেই দিনা মোক একো কথা নুসুধিবা। মই তোমালোকক অতি
সঁচাকৈ কওঁ, পিতৃৰ আগত যদি কিবা খোজা, তেন্তে তেওঁ মোৰ
২৪ নামেৰে তোমালোকক তাক দিব। এতিয়ালৈকে মোৰ নামেৰে তোমা-
লোকে একো খোজা নাই ; তোমালোকৰ আনন্দ যেন সম্পূৰ্ণ হয়, এই
নিমিত্তে খোজা, তেহে পাবা।

---

1 মথি ১১ ; ২৭। যো ৩ ; ৩৫। ১৩ ; ৩। ১৭ ; ১০।

২৫ এইবোৰ কথা মই উপমাৰে তোমালোকক কলোঁ ; যি সময়ত
উপমাৰে আৰু নকৈ, স্পষ্টকৈ পিতৃৰ কথা জনাম, এনে সময় আহিছে।
২৬ সেই দিনাই মোৰ নামেৰে খুজিবা ; আৰু মই তোমালোকৰ নিমিত্তে
পিতৃত নিবেদন কৰিম, এনেকৈ নকওঁ ; কিয়নো পিতৃয়ে নিজেই
২৭ তোমালোকক প্ৰীতি কৰে ; কাৰণ তোমালোকে মোক প্ৰীতি কৰিলা, আৰু
২৮ মই যে পিতৃৰ পৰা আহিছোঁ, ইয়াকে বিশ্বাস কৰিলা। পিতৃৰ ওচৰৰ
পৰা মই জগতলৈ আহিলোঁ, আকৌ জগতক এৰি, পিতৃৰ ওচৰলৈ যাওঁ।
২৯ তেতিয়া তেওঁৰ শিষ্যবিলাকে কলে, চাওক, আপুনি এতিয়া উপমাৰে
৩০ নকৈ, স্পষ্টকৈ কৈছে। আপুনি সৰ্ব্বজ্ঞান, আৰু কোনেও আপোনাক
সুধিবৰ আপোনাৰ প্ৰয়োজন নাই, ইয়াক আমি এতিয়া জানিছোঁ ; ইয়াৰেই,
৩১ আপুনি যে ঈশ্বৰৰ পৰা আহিছে, তাক আমি বিশ্বাস কৰিছোঁ। যীচুৱে
৩২ তেওঁবিলাকক উত্তৰ দিলে, এতিয়া বিশ্বাস কৰিছা নে ? চোৱা, যি সময়ত
তোমালোকে নিজ নিজ ঠাইলে গোট গোট হৈ, মোক অকলশৰীয়াকৈ
এৰি যাবা,[1] এনে সময় আহি পালেহি। তথাপি মই অকলশৰীয়া নহওঁ,
৩৩ কিয়নো পিতৃ মোৰ লগতে আছে। মই এইবোৰ কথা তোমালোকক
কলোঁ, যেন তোমালোকে মোত শান্তি পোৱা। জগতত তোমালোকৰ
ক্লেশ আছে ; কিন্তু নিৰ্ভয় হোৱা ; ময়েই জগতক জয় কৰিলোঁ।

## যীচুৰ প্ৰাৰ্থনা।

১৭ ১ যীচুৱে এইবোৰ কথা কৈ, স্বৰ্গলৈ চকু তুলি কলে, হে পিতৃ
২ সময় আহিল ; তুমি পুত্ৰক যি সকলো দিলা, সেই সকলোকে পুত্ৰই
অনন্ত জীৱন দিবৰ নিমিত্তে,[2] তুমি মৰ্ত্ত্যমাত্ৰৰেই ওপৰত তেওঁক যেনেকৈ
ক্ষমতা দিলা, পুত্ৰই তোমাক মহিমান্বিত কৰিবৰ নিমিত্তে, তেওঁক
৩ তেনেকৈ মহিমান্বিতো কৰা। আৰু এয়েই অনন্ত জীৱন, যে তেওঁবিলাকে
একমাত্ৰ সত্য ঈশ্বৰ যি তুমি, তোমাক আৰু তুমি পঠোৱা যীচু খ্ৰীষ্টক
৪ জানে। তুমি মোক যি কৰ্ম্ম কৰিবলৈ দিছিলা, মই তাক সিদ্ধ কৰি,
৫ পৃথিবীত তোমাক মহিমান্বিত কৰিলোঁ। হে পিতৃ, জগত হোৱাৰ পূৰ্ব্বেই,
তোমাৰে সৈতে থাকোঁতে, মোৰ যি মহিমা আছিল,[3] সেই মহিমাৰে,
এতিয়া তোমাৰেই সৈতে মোক মহিমান্বিত কৰা।

---

[1] মথি ২৬ ; ৩১। মাৰ্ক ১৪ ; ২৭। [2] যো ৬ ; ৩৭-৪০। [3] যো ১ ; ১-৩।
কল ১ ; ১৫-১৭। ইব্ৰী ১ ; ২, ৩।

৬ তুমি এই জগতৰ মাজৰ পৰা যি মানুহবিলাকক মোক দিলা,
সেইবিলাকৰ আগত মই তোমাৰ নাম প্ৰকাশ কৰিলোঁ; তেওঁবিলাক
তোমাৰেই আছিল, তুমি তেওঁবিলাকক মোক দিলা ; আৰু তেওঁবিলাকে
৭ তোমাৰ বাক্য পালন কৰিলে। আৰু তুমি মোক যি যি দিছিলা, সেই
সকলোৱেই যে তোমাৰ পৰা হয়, তেওঁবিলাকে তাক এতিয়া জানিছে ;
৮ কাৰণ তুমি যি যি বচন মোক দিলা, সেই সেই বচন মই তেওঁবিলাকক
দিলোঁ ; আৰু তেওঁবিলাকে সেই সকলোকে গ্ৰহণো কৰিলে, আৰু
মই যে তোমাৰ পৰা আহিলোঁ, ইয়াকো তেওঁবিলাকে নিশ্চয়কৈ জানিলে,
৯ আৰু তুমি যে মোক পঠালা, তাকো বিশ্বাস কৰিলে। মই তেওঁবিলাকৰ
নিমিত্তে নিবেদন কৰিছোঁ ; জগতৰ নিমিত্তে নিবেদন কৰিছোঁ, এনে
নহয়, কিন্তু যিবিলাকক মোক দিলা, তেওঁবিলাকৰ নিমিত্তেহে কৰিছোঁ ;
১০ কাৰণ তেওঁবিলাক তোমাৰেই ; আৰু যি যি মোৰ, সেই সকলোৱেই
তোমাৰ ; আৰু যি যি তোমাৰ, সেই সকলোৱেই মোৰ ; আৰু মই
১১ তেওঁবিলাকত মহিমান্বিত হৈছোঁ। মই এই জগতত আৰু নাথাকোঁ ;
ইবিলাক হলে এই জগতত থাকে, আৰু মই তোমাৰ ওচৰলৈ যাওঁ।
হে পবিত্ৰ পিতৃ, আমি যেনেকৈ এক হৈ আছোঁ, তেওঁবিলাকো তেনেকৈ
যেন এক হব, এই কাৰণে, তুমি যি নাম মোক দিলা, তোমাৰ
১২ সেই নামত তেওঁবিলাকক ৰাখা। মই তেওঁবিলাকৰ লগত থকা কালত,
তুমি যি নাম মোক দিলা, তোমাৰ সেই নামত মই তেওঁবিলাকক
ৰাখিলোঁ ; আৰু তেওঁবিলাকক পহৰা দিলোঁ ; তাতে তেওঁবিলাকৰ
এজনো নষ্ট হোৱা নাই, শাস্ত্ৰীয় বচন সিদ্ধ হবলৈ, অকল বিনাশৰ পুত্ৰহে
১৩ হৈছিল। কিন্তু এতিয়া মই তোমাৰ ওচৰলৈ যাওঁ ; আৰু মোৰ
আনন্দ যেন তেওঁবিলাকত সিদ্ধ হয়, এই নিমিত্তে জগতত থাকোঁতেই
১৪ এইবোৰ কথা কৈছোঁ। মই তোমাৰ বাক্য তেওঁবিলাকক দিলোঁ ;
আৰু মই যেনেকৈ জগতৰ নহওঁ, তেওঁবিলাকো তেনেকৈ জগতৰ
১৫ নোহোৱাত, জগতে তেওঁবিলাকক ঘিণালে। মই নিবেদন নকৰোঁ, যে,
তুমি তেওঁবিলাকক জগতৰ পৰা নিয়া, কিন্তু তেওঁবিলাকক মন্দৰ পৰা
১৬ ৰাখা। মই যেনেকৈ জগতৰ নহওঁ, তেওঁবিলাকো তেনেকৈ জগতৰ নহয়।
১৭ সত্যতাত তেওঁবিলাকক পবিত্ৰ কৰা ; তোমাৰ বাক্যই সত্য।[1]
১৮ তুমি যেনেকৈ মোক জগতলৈ পঠালা, মইও তেনেকৈ তেওঁবিলাকক

[1] গীত ১৯ ; ৭-৯। যো ১৫ ; ৩। ২ থি ২ ; ১৩।

১৯ জগতলৈ পঠালোঁ।[1] আৰু তেওঁবিলাকৰ কাৰণে মই নিজকে পবিত্ৰ
কৰোঁ, যেন তেওঁবিলাককো সত্যতাত পবিত্ৰ কৰা হয়।
২০ কেৱল ইবিলাকৰ নিমিত্তে মই নিবেদন কৰোঁ, এনে নহয়, কিন্তু
ইবিলাকৰ বাক্যৰ যোগেদি মোত বিশ্বাস কৰা সকলোৰ নিমিত্তেও
২১ নিবেদন কৰোঁ, যেন তেওঁবিলাক সকলোৱে এক হয়; হে পিতৃ, তুমি
যেনেকৈ মোত, আৰু মই যেনেকৈ তোমাত, তেওঁবিলাকো যেন তেনেকৈ
আমাত হয়, যাতে জগতে বিশ্বাস কৰিব, যে তুমি মোক পঠালা।
২২ আৰু, তুমি যে মোক পঠালা, আৰু মোক যেনেকৈ প্ৰেম কৰিলা,
তেওঁবিলাককো যে তেনেকৈ প্ৰেম কৰিলা, ইয়াকে জগতে জানিবৰ
নিমিত্তে, আমি যেনেকৈ এক, তেওঁবিলাকো তেনেকৈ যেন এক হয়,
২৩ মই তেওঁবিলাকত, আৰু তুমি মোত থকাত, তেওঁবিলাক যেন সম্পূৰ্ণকৈ
এক হয়, এই নিমিত্তে, তুমি মোক যি মহিমা দিলা, সেই মহিমা মইও
২৪ তেওঁবিলাকক দিলোঁ। হে পিতৃ, জগত স্থাপন কৰাৰ পূৰ্ব্বেই, তুমি মোক
প্ৰেম কৰাৰ কাৰণে যি মহিমা মোক দিলা, মোৰ সেই মহিমা, তুমি
মোক দিয়া লোকবিলাকে দেখা পাবৰ নিমিত্তে, মই থকা ঠাইত, মোৰ
২৫ লগত তেওঁবিলাক যেন থাকে, এই মোৰ বাঞ্ছা। হে ধৰ্ম্মময় পিতৃ,
জগতে তোমাক নাজানিলে, কিন্তু মই তোমাক জানিলোঁ; আৰু তুমি
২৬ যে মোক পঠালা, তাক ইবিলাকে জানিলে। আৰু তুমি মোক যি
প্ৰেমেৰে প্ৰেম কৰিলা, সেয়ে যেন তেওঁবিলাকত থাকে, আৰু মইও
যেন তেওঁবিলাকত থাকোঁ, এই নিমিত্তে মই তোমাৰ নাম তেওঁবিলাকক
জনালোঁ, আৰু জনাম।

যীচুক ধৰি, হানন আৰু কায়াফাৰ আগলৈ নিয়া।
পিতৰে তেওঁক অস্বীকাৰ কৰা।

১৮ ১ যীচুৱে এইবোৰ কথা কৈ, কিদ্ৰোণ জুৰিৰ সিপাৰে, য'ত
এখন বাৰী আছিল, শিষ্যবিলাকেৰে সৈতে তালৈ ওলাই গল;[2] আৰু
২ সেই বাৰীত তেওঁ আৰু তেওঁৰ শিষ্যবিলাকো সোমাল। শত্ৰুৰ হাতত
তেওঁক শোধাই দিয়া যিহুদাইও সেই ঠাই চিনিছিল; কিয়নো যীচুৱে তেওঁৰ
৩ শিষ্যবিলাকক লগত লৈ অনেক বাৰ তালৈ গৈছিল। তাতে যিহুদাই

---

[1] যো ২০ ; ২১। ২ কৰি ৫ ; ২০। [2] মথি ২৬ ; ৩৬-৭৫।
মাৰ্ক ১৪ ; ৩২-৭২। লূক ২২ ; ৩৯-৭১।

চৈন্যদল, আৰু প্ৰধান পুৰোহিত আৰু ফৰীচীবিলাকৰ পৰা টেকেলবোৰক
পাই, জোঁৰ, আৰিয়া, আৰু অস্ত্ৰ-শস্ত্ৰ লৈ, সেই ঠাইত উপস্থিত হল।
৪ নিজলৈ যি যি ঘটিব, যীচুৱে সেই সকলোকে জানি, ওলাই গৈ তেওঁ-
৫ বিলাকক সুধিলে, তোমালোকে কাক বিচাৰিছা ? তেওঁবিলাকে উত্তৰ
দিলে, 'নাচৰতীয়া যীচুক'। যীচুৱে তেওঁবিলাকক কলে, ম৯েই সেই
জন। তেওঁক শত্ৰুৰ হাতত শোধাই দিয়া যিহূদাও তেওঁবিলাকেৰে
৬ সৈতে থিয় হৈ আছিল। এতেকে যেতিয়া তেওঁ তেওঁবিলাকক কলে,
'ম৯েই সেই জন', তেতিয়া তেওঁবিলাক পাছ হুঁহকি মাটিত পৰিল।
৭ তাতে তেওঁ তেওঁবিলাকক আকৌ সুধিলে, তোমালোকে কাক বিচাৰিছা ?
৮ তেওঁবিলাকে কলে, 'নাচৰতীয়া যীচুক'। যীচুৱে উত্তৰ দিলে, ম৯েই
সেই জন বুলি, নই তোমালোকক কলোঁ ; এতেকে যদি মোক
৯ বিচাৰিছা, তেন্তে ইবিলাকক যাবলৈ দিয়া। 'মোক যিবিলাকক দিলা,
তেওঁবিলাকৰ এজনকো মই হেৰুউৱা নাই', এই যি কথা তেওঁ কৈছিল,[1]
১০ সেয়ে সিদ্ধ হবৰ নিমিত্তে, তেওঁ সেই দৰে উত্তৰ দিলে। তেতিয়া
চিমোন পিতৰৰ এখন তৰোৱাল থকাত, তাক ফাকৰ পৰা উলিয়াই,
মহা-পুৰোহিতৰ দাসক ঘাপ মাৰি, তাৰ সোঁ কাণখন কাটি পেলালে।
১১ সেই দাসৰ নাম মল্ক। তাতে যীচুৱে পিতৰক কলে, তৰোৱাল ফাকত
সুমুৱাই থোৱা ; পিতৃয়ে মোক যি পান-পাত্ৰ দিলে, মই তাক পান
নকৰিম নে ?
১২ তেতিয়া চৈন্যদল, সেনাপতি, আৰু যিহূদীবিলাকৰ টেকেলাবোৰে
১৩ যীচুক ধৰি, বান্ধি, প্ৰথমতে হাননৰ ওচৰলৈ লৈ গল ; কিয়নো তেওঁ
১৪ সেই বছৰত মহা-পুৰোহিত হোৱা কায়াফাৰ শহুৰেক আছিল। যি
কায়াফাই যিহূদীবিলাকক এই পৰামৰ্শ দিছিল, যে, 'লোক সকলৰ
নিমিত্তে এজন মানুহ মৰাই ভাল,' সেই জন এৱেঁই।
১৫ তেতিয়া চিমোন পিতৰ আৰু আন এজন শিষ্য যীচুৰ পাছে পাছে
গল। সেই শিষ্য মহা-পুৰোহিতেৰে সৈতে চিনাকি থকাত, যীচুৰে
১৬ সৈতে মহা-পুৰোহিতৰ চোতাললৈ সোমাই গল। কিন্তু পিতৰ দুৱাৰৰ
বাহিৰত থিয় হৈ থাকিল। এই হেতুকে মহা-পুৰোহিতৰ চিনাকি সেই
আন শিষ্যই আকৌ বাহিৰলৈ আহি, দুৱৰী জনীক কৈ, পিতৰক ভিতৰলৈ
১৭ নিলে। তাতে সেই দুৱৰী জনীয়ে পিতৰক কলে, তুমিও এই মানুহৰ

---

[1] যো ১৭ ; ১২।

১৮ শিষ্যবিলাকৰ মাজৰ এজন নে ? তেওঁ কলে, মই নহওঁ। সেই ঠাইতে
দাসবিলাকে আৰু টেকেলাবোৰে জাৰৰ কাৰণে এঙ্গাৰ জ্বলাই, থিয় হৈ
জুই পুৱাইছিল ; পিতৰেও তেওঁবিলাকৰ লগত থিয় হৈ পুৱাইছিল।
১৯ তেতিয়া মহা-পুৰোহিতে যীচুক, তেওঁৰ শিষ্যবিলাকৰ আৰু
২০ উপদেশৰ বিষয়ে সুধিলে। যীচুৱে তেওঁক উত্তৰ দিলে, মই জগতৰ
আগত প্ৰতাশ্‌কৈ কলোঁ ; মই নাম-ঘৰত আৰু ধৰ্ম্মধামত, অৰ্থাৎ
সকলো যিহুদীবিলাক গোট খোৱা ঠাইত, সদায় শিক্ষা দিলোঁ ; গুপুতে
২১ একো কোৱা নাই। মোক কিয় সুধিছা ? যিবিলাকে শুনিলে,
তেওঁবিলাকক মই কি কলোঁ, তাক তেওঁবিলাকক সোধা ; চোৱা, মই
২২ কি কথা কলোঁ, তাক তেওঁবিলাকে জানে। তেওঁ এইবোৰ কথা
কোৱাত, ওচৰত থিয় হৈ থকা টেকেলাবোৰৰ মাজৰ এটাই যীচুক
২৩ চৰ মাৰি কলে, মহা-পুৰোহিতক এনে উত্তৰ দিয়া নে ? যীচুৱে তাক
২৪ উত্তৰ দিলে, যদি অকথা কৈছোঁ, সেই অকথাৰ প্ৰমাণ দিয়া ; কিন্তু
যদি ভাল কথা কৈছোঁ, তেন্তে মোক কিয় মাৰা ? তাতে হাননে,
বান্ধত থকা তেওঁক, কায়াফা মহা-পুৰোহিতৰ ওচৰলৈ পঠাই দিলে।
২৫ তেতিয়াও চিমোন পিতৰে থিয় হৈ জুই পুৱাই আছিল। তাতে
তেওঁবিলাকে তেওঁক সুধিলে, তুমিও তেওঁৰ শিষ্যবিলাকৰ মাজৰ এজন
২৬ নে ? তেওঁ অস্বীকাৰ কৰি কলে, মই নহওঁ। মহা-পুৰোহিতৰ এজন
দাসে, অৰ্থাৎ পিতৰে যাৰ কাণ কাটি পেলাইছিল, তাৰ জ্ঞাতিয়ে কলে,
২৭ মই তোমাক তেওঁৰ লগত বাৰীত দেখা নাই নে ? তাতে পিতৰে আকৌ
অস্বীকাৰ কৰিলে ; আৰু তেতিয়াই কুকুৰাই ডাক দিলে।

### পীলাতৰ আগত যীচুৰ সোধ-বিচাৰ, আৰু প্ৰাণদণ্ডৰ আজ্ঞা।

২৮ পাছে তেওঁবিলাকে কায়াফাৰ ঘৰৰ পৰা প্ৰিটৰিয়নলৈ যীচুক
লৈ গল। তেতিয়া ৰাতিপুৱা আছিল। কিন্তু নিস্তাৰ-পৰ্ব্বৰ ভোজ
খাবৰ আশয়েৰে, অশুচি নহবলৈ, তেওঁবিলাক নিজেই প্ৰিটৰিয়নত
২৯ নোসোমাল। এতেকে পীলাতে বাহিৰলৈ গৈ তেওঁবিলাকক সুধিলে,
৩০ তোমালোকে এই মানুহ্‌টোৰ বিপক্ষে কি গোচৰ আনিছা ? তেওঁ-
বিলাকে উত্তৰ দি তেওঁক কলে, ই কুকৰ্ম্মী নোহোৱা হলে, আপোনাৰ
৩১ হাতত ইয়াক নোশোধালোঁহেঁতেন। পীলাতে তেওঁবিলাকক কলে,
তোমালোকেই তাক লৈ তোমালোকৰ বিধানৰ মতে তাৰ সোধ-বিচাৰ

কৰা। যিহুদীবিলাকে তেওঁক কলে, কাৰো প্ৰাণদণ্ড কৰিবলৈ আইনমতে
৩২ আমাৰ অধিকাৰ নাই। তেওঁ নিজে কেনে মৰণেৰে মৰিব, এই বিষয়ে
যীচুৱে যি কথা কৈছিল, সেয়ে সিদ্ধ হবলৈ এনেকুৱা হল।
৩৩ এতেকে পীলাতে আকৌ প্ৰিটৰিয়নৰ ভিতৰলৈ সোমাই গৈ, যীচুক
৩৪ মাতি সুধিলে, 'তুমি যিহুদীবিলাকৰ ৰজা নে?' যীচুৱে উত্তৰ দিলে,
তুমি নিজেই এই কথা কৈছা নে, নাইবা অন্য মানুহে মোৰ বিষয়ে
৩৫ তোমাক কলে? পীলাতে উত্তৰ দিলে, মই জানো যিহুদী মানুহ?
তোমাৰ স্বজাতিবিলাকে আৰু প্ৰধান পুৰোহিতবিলাকে মোৰ হাতত
৩৬ তোমাক শোধাই দিলে; তুমি কি কৰিলা? যীচুৱে উত্তৰ দিলে, মোৰ
ৰাজ্য এই জগতৰ নহয়; মোৰ ৰাজ্য এই জগতৰ হোৱা হলে,
যিহুদীবিলাকৰ হাতত যাতে মোক শোধাই দিব নোৱাৰে, তাৰ কাৰণে
মোৰ সেৱকবিলাকে প্ৰাণপণে যুদ্ধ কৰিলেহেঁতেন; কিন্তু এতিয়া মোৰ
৩৭ ৰাজ্য ইয়াৰ নহয়। পীলাতে তেওঁক কলে, তেন্তে তুমি ৰজা নে?
যীচুৱে উত্তৰ দিলে, মই যে ৰজা হওঁ,[1] ইয়াক তুমি সঁচা কৈছা।
সত্যতাৰ পক্ষে সাক্ষ্য দিবৰ নিমিত্তে মই জন্ম ধৰি এই জগতলৈ
৩৮ আহিলোঁ। সত্যতাৰ ফলীয়া সকলোৱে মোৰ কথা শুনে। পীলাতে
তেওঁক কলে, সত্যতা নো কি? ইয়াকে বুলি তেওঁ আকৌ বাহিৰলৈ
গৈ যিহুদীবিলাকক কলে, মই হলে তেওঁত একো দোষ পোৱা নাই।
৩৯ কিন্তু নিস্তাৰ-পৰ্ব্বৰ সময়ত মই যেন তোমালোকলৈ এজনক এৰি দিম,
তোমালোকৰ এনে দস্তুৰ আছে; এই হেতুকে তোমালোকলৈ যিহুদী-
বিলাকৰ ৰজাক যেন এৰি দিম, তোমালোকৰ এই ইচ্ছা আছে নে?
৪০ তেওঁবিলাকে আকৌ আটাহ পাৰি কলে, ইয়াক নহয়, বাৰাব্বাকহে।
সেই বাৰাব্বা ডকাইত আছিল।

১৯ ১,২ তেতিয়া পীলাতে যীচুক নি কোবোৱালে।[2] আৰু সেনা-
বিলাকে কাঁইটেৰে মুকুট সাজি তেওঁৰ মূৰত দি, বেঙেনা বৰণীয়া কাপোৰ
৩ পিন্ধালে; আৰু তেওঁৰ ওচৰলৈ গৈ, 'হে যিহুদীবিলাকৰ ৰজা, জয়
৪ হওক!' এই বুলি, তেওঁক চৰ মাৰিবলৈ ধৰিলে। পীলাতে আকৌ
বাহিৰলৈ গৈ তেওঁবিলাকক কলে, চোৱা, মই এওঁত একো দোষ
নাপাওঁ, ইয়াকে তোমালোকে জানিবৰ নিমিত্তে, তোমালোকৰ আগলৈ
৫ এওঁক উলিয়াই আনিছোঁ। এনেতে যীচু কাঁইটৰ মুকুট আৰু বেঙেনা

---

[1] দা ২; ৪৪। ৭; ১৪। [2] যিচ ৫০; ৬। মথি ২০; ১৮, ১৯।

বৰণীয়া কাপোৰেৰেই বাহিৰলৈ আহিলত, পীলাতে তেওঁবিলাকক কলে,
৬ চোৱা, এইটো মানুহ! তাতে প্ৰধান পুৰোহিতবিলাকে আৰু টেকেলাবোৰে
তেওঁক দেখি, আটাহ পাৰি কলে, ক্ৰুচত দিয়ক, ক্ৰুচত দিয়ক। পীলাতে
তেওঁবিলাকক কলে, তোমালোকে নিজে এওঁক নি ক্ৰুচত দিয়াগৈ; কিয়নো
৭ মই এওঁত একো দোষ নাপাওঁ। যিহুদীবিলাকে তেওঁক উত্তৰ দিলে,
আমাৰ এক বিধান আছে, সেই বিধানৰ মতে তাৰ প্ৰাণদণ্ড হোৱা
৮ উচিত; কিয়নো সি নিজকে নিজে ঈশ্বৰৰ পুত্ৰ পাতিলে। পীলাতে
৯ এই কথা শুনি আৰু ভয় পাই, আকৌ প্ৰিটৰিয়নৰ ভিতৰলৈ সোমাই
যীচুক সুধিলে, তুমি নো ক'ৰ? কিন্তু যীচুৱে তেওঁক একো উত্তৰ
১০ নিদিলে।[1] তাতে পীলাতে তেওঁক কলে, তুমি মোক একো কথা
নোকোৱা নে? তোমাক এৰি দিবলৈ মোৰ ক্ষমতা আছে, আৰু
তোমাক ক্ৰুচত দিবলৈকো মোৰ ক্ষমতা আছে, ইয়াক তুমি নাজানা নে?
১১ যীচুৱে তেওঁক উত্তৰ দিলে, ওপৰৰ পৰা নিদিয়া হলে, মোৰ বিৰুদ্ধে
তোমাৰ একো ক্ষমতা নহলহেঁতেন; এই হেতুকে, যিটোৱে তোমাৰ
হাতত মোক শোধাই দিলে, তাৰেই পাপ গুৰুতৰ।
১২ ইয়াৰ কাৰণে পীলাতে তেওঁক এৰি দিবলৈ উপায় বিচাৰিলে;
কিন্তু যিহুদীবিলাকে আটাহ পাৰি কলে, যদি ইয়াক এৰি দিয়ে, তেন্তে
আপুনি কৈচৰৰ হিতাকাঙ্ক্ষী নহয়; যি কোনোৱে নিজকে নিজে ৰজা
১৩ পাতে, সি কৈচৰৰ বিৰুদ্ধে কথা কয়। এইবোৰ কথা শুনি, পীলাতে
যীচুক বাহিৰলৈ অনাই, ইব্ৰী ভাষাৰে যাক গব্বথা বোলে, এনে শিলৃপতা
১৪ নামেৰে ঠাইত সোধৰ আসনত বহিল। তেতিয়া নিস্তাৰ-পৰ্ব্বৰ আয়োজন-
দিনৰ প্ৰায় ছয় বজাৰ সময় হৈছিল। আৰু তেওঁ যিহুদীবিলাকক কলে,
১৫ চোৱা, তোমালোকৰ ৰজা! তেওঁবিলাকে আটাহ পাৰি কলে, দূৰ
কৰক, তাক ক্ৰুচত দিয়ক। পীলাতে তেওঁবিলাকক কলে, তোমালোকৰ
ৰজাক নো ক্ৰুচত দিম নে? প্ৰধান পুৰোহিতবিলাকে উত্তৰ দিলে,
১৬ কৈচৰৰ বিনে আমাৰ আন ৰজা নাই। তেতিয়া তেওঁক ক্ৰুচত দিবলৈ,
তেওঁ তেওঁবিলাকৰ হাতত সমৰ্পণ কৰিলে।

## ক্ৰুচত যীচুৰ মৃত্যু।

১৭ এতেকে তেওঁবিলাকে যীচুক লৈ গল; আৰু তেওঁ নিজৰ নিমিত্তে
ক্ৰুচ ভাৰ বৈ, ইব্ৰী ভাষাৰে যাক গল্‌গথা বোলে, এনে মূৰৰ লাউখোলা

1 যিচ ৫৩; ৭।

১৮ নামেৰে ঠাইলৈ ওলাই গল।[1] সেই ঠাইতে তেওঁবিলাকে তেওঁক
আৰু তেওঁৰ লগত আন দুজনক, অৰ্থাৎ দুফালে দুজনক, আৰু মাজত
১৯ যীচুক ক্ৰুচত দিলে। আৰু পীলাতে এখন জাননী লিখি, ক্ৰুচৰ
ওপৰত লগাই দিলে। তাত এই কথা লিখা আছিল, **নাচৰতীয়া**
২০ **যীচু, যিহুদীবিলাকৰ ৰজা।** এই জাননী ইব্ৰী, ৰোমীয়া, আৰু গ্ৰীক
ভাষাৰে লিখা আছিল; আৰু যীচুক ক্ৰুচত দিয়া ঠাই নগৰৰ ওচৰ
২১ হোৱাত, যিহুদীবিলাকৰ অনেকে তাক পঢ়িলে। এই হেতুকে যিহুদী-
বিলাকৰ প্ৰধান পুৰোহিতবিলাকে পীলাতক কলে, 'যিহুদীবিলাকৰ
ৰজা,' এই কথা নিলিখিব; কিন্তু 'মই যিহুদীবিলাকৰ ৰজা, এই বুলি
২২ ই কৈছিল,' ইয়াকে লিখক। পীলাতে উত্তৰ দিলে, যি লিখিলোঁ,
লিখিলোঁৱেই।

২৩ সেনাইঁতে যীচুক ক্ৰুচত দিয়াৰ পাছত, সিহঁতে তেওঁৰ পিন্ধা
কাপোৰ চাৰি ভাগ কৰি, গাইপতি এভাগ এভাগ ললে; আৰু তেওঁৰ
চোলাও ললে। সেই চোলা সিয়নি নাইকিয়াকৈ ওপৰৰে পৰা
২৪ গোটেইটো বোৱা আছিল। এই হেতুকে সিহঁতে পৰস্পৰে কলে,
ইয়াক নেফালি, কোনে পাব তাৰ অৰ্থে চিঠি খেলাওঁহক।

সিহঁতে সিহঁতৰ মাজত মোৰ পিন্ধা কাপোৰ ভাগ বাঁটি ললে,
আৰু মোৰ চোলাৰ অৰ্থে চিঠি খেলালে,

এই শাস্ত্ৰীয় বচন[2] সিদ্ধ হবলৈ এনেকুৱা হল।

২৫ এতেকে সেনাইঁতে এইবোৰ কৰ্ম্ম কৰিলে; কিন্তু যীচুৰ ক্ৰুচৰ
ওচৰতে তেওঁৰ মাক, মাকৰ ভনীয়েক, ক্লোপাৰ ভাৰ্য্যা মৰিয়ম, আৰু
২৬ মগদলীনী মৰিয়ম থিয় হৈ আছিল। যেতিয়া যীচুৱে তেওঁৰ মাকক,
আৰু যি শিষ্যক তেওঁ প্ৰেম কৰিছিল, সেই শিষ্যক ওচৰত থিয় হৈ
থকা দেখিলে, তেতিয়া তেওঁ মাকক কলে, হে নাৰী, চোৱা, তোমাৰ
২৭ পুতেৰা! তেতিয়া তেওঁ সেই শিষ্যকো কলে, চোৱা, তোমাৰ মাৰা!
আৰু সেই সময়ৰে পৰা সেই শিষ্যই তেওঁক নিজ ঘৰলৈ নি ৰাখিলে।

২৮ তাৰ পাছত সকলো কৰ্ম্ম যে এতিয়া শেষ হল, যীচুৱে তাকে
জানি, (শাস্ত্ৰীয় বচন[3] সিদ্ধ হবলৈ,) কলে, 'মোৰ পিয়াহ লাগিছে'।
২৯ সেই ঠাইত চিৰ্কাৰে পূৰ হোৱা এটা পাত্ৰ আছিল; তাতে তেওঁ-
বিলাকে চিৰ্কাৰে পূৰ হোৱা স্পঞ্জ এডোখৰ এচোব নলত লগাই,

[1] ইব্ৰী ১৩; ১২। [2] গীত ২২; ১৮। [3] গীত ৬৯; ২১।

৩০ তেওঁৰ মুখত দিলে। তাতে যীচুৱে সেই চিৰ্কা পাই কলে, 'সিদ্ধ
হল' ;[1] আৰু তেওঁ মূৰ দোঁৱাই, আত্মা অৰ্পণ কৰিলে।

## যীচুক মৈদাম দিয়া।

৩১ সেই দিন আয়োজন-দিন হোৱাত, বিশ্ৰাম-বাৰত দেহ যেন ক্ৰুচৰ
ওপৰত নাথাকে,[2] (কিয়নো সেই বিশ্ৰাম-বাৰ বৰ-দিন আছিল,) এই
কাৰণে তেওঁবিলাকৰ ভৰি ভাঙি, দেহ গুচাবলৈ যিহুদীবিলাকে
৩২ পীলাতৰ আগত নিবেদন কৰিলে। তাতে সেনাইঁতে আহি, যীচুৰ
৩৩ লগত ক্ৰুচত দিয়া, প্ৰথম আৰু দ্বিতীয়টোৰো ভৰি ভাঙিলে। কিন্তু
যেতিয়া যীচুৰ ওচৰলৈ আহিল, তেতিয়া তেওঁৰ মৃত্যু হোৱা দেখি,
৩৪ তেওঁৰ ভৰি নাভাঙিলে ; তথাপি সেনাইঁতৰ এটাই বৰছাৰে খোঁচ মাৰি,
তেওঁৰ কাষ বিন্ধিলে ; তাতে তেতিয়াই তাৰ পৰা তেজ আৰু পানী
৩৫ বাহিৰলৈ ওলাল[3]। যি জনে দেখিলে, সেই জনে সাক্ষ্য দিলে, আৰু তেওঁৰ
সাক্ষ্য সঁচা ; আৰু তেওঁ জানে, যে, তেওঁ সত্য কথা কৈছে, যেন
৩৬ তোমালোকেও বিশ্বাস কৰা। কিয়নো তেওঁৰ এডালি হাড়ো যে ভঙা
৩৭ নহব, শাস্ত্ৰৰ এই বচন[4] সিদ্ধ হবলৈহে এই সকলো ঘটিল। আৰু
শাস্ত্ৰই আকৌ আন ঠাইত কৈছে,[5] সিহঁতে যি জনক বিন্ধিলে, সেই
জনলৈ চাব।

৩৮ ইয়াৰ পাছত অৰিমাথিয়া নগৰৰ যোচেফ নামেৰে যীচুৰ এজন শিষ্য,
যি জন যিহুদীবিলাকৰ ভয়ত গুপুতে শিষ্য হৈছিল, সেই জনে যীচুৰ
দেহ নিবলৈ পীলাতৰ আগত নিবেদন কৰিলে ; আৰু পীলাতে অনুমতি
৩৯ দিয়াত, তেওঁ গৈ যীচুৰ দেহ নিলে। আৰু নীকদীম, যি জন প্ৰথমবাৰ
ৰাতি যীচুৰ ওচৰলৈ গৈছিল, তেওঁৱো আহি, গন্ধৰসেৰে মিহলি হোৱা
৪০ পঞ্চাশ সেৰমান অগুৰু আনিলে। এইদৰে তেওঁবিলাকে যীচুৰ দেহ লৈ,
যিহুদীবিলাকৰ মৈদামত থোৱা ৰীতিৰ দৰে, সেই সুগন্ধি দ্ৰব্যেৰে সৈতে
৪১ শণ সূতাৰ মিহি কাপোৰেৰে মেৰালে। আৰু যি ঠাইত তেওঁক ক্ৰুচত
দিলে, সেই ঠাইতে এখন বাৰী আছিল ; সেই বাৰীতে কোনো কালে

---

[1] যো ১৭ ; ৪। [2] দ্বিঃ বিঃ ২১ ; ২৩। [3] ১ যো ৫ ; ৬-৮।
[4] যা ১২ ; ৪৬। গীত ৩৪ ; ২০। [5] গীত ২২ ; ১৬, ১৭।
জখ ১২ ; ১০। প্ৰ ১ ; ৭।

৪২ কাকো নোখোৱা, এনে এটা নতুন মৈদাম আছিল। সেই দিনা
যিহুদীবিলাকৰ 'আয়োজন-দিন হোৱাত, সেই মৈদাম ওচৰত থকা হেতুকে
তেওঁবিলাকে তাতে যীচুক শুৱাই থলে।

## যীচুৰ পুনৰুত্থান।

২০ ১ পাছে সপ্তাহৰ প্ৰথম দিনা অতি ৰাতিপুৱা, আন্ধাৰ থাকোঁতেই,
মগ্দলীনী মৰিয়মে মৈদামৰ ওচৰলৈ গৈ, মৈদামৰ পৰা শিলচটা আঁত-
২ ৰোৱা দেখিলে। তাতে তাই লৰ মাৰি, চিমোন পিতৰ আৰু যীচুৰ
প্ৰিয় সেই আন শিষ্যৰ ওচৰলৈ গৈ, তেওঁবিলাকক কলে, লোকে
প্ৰভুক মৈদামৰ পৰা নিলে; কিন্তু তেওঁক থলে বা ক'ত, তাক
৩ আমি নাজানো। তাতে পিতৰ আৰু সেই আন শিষ্য বাহিৰ ওলাই,
৪ মৈদামৰ ওচৰলৈ গল। তেওঁবিলাক দুয়ো একে-লগে লৰ ধৰিলত, আন
৫ শিষ্যই পিতৰক পাছ পেলাই, আগতে মৈদামৰ ওচৰ পালেগৈ; আৰু
চাপৰি চাই, পৰি থকা শণ সূতাৰ মিহি কাপোৰ দেখিলে, কিন্তু
৬ ভিতৰলৈ নোসোমাল। তেতিয়া চিমোন পিতৰে তেওঁৰ পাছে পাছে
আহি, মৈদামত সোমাল; আৰু দেখিলে, যে, শণ সূতাৰ মিহি কাপোৰ
৭ কেইখন পৰি আছে, কিন্তু যি গামোচা, তেওঁৰ মূৰত আছিল, সেই
গামোচা, সেইবোৰ কাপোৰৰ লগত নাই, সুকীয়াকৈ এঠাইত মেৰিয়াই
৮ থোৱা আছে। তাতে মৈদামলৈ আগেয়ে অহা আন শিষ্যইও তেতিয়া
৯ সোমাই, তেনে দেখি বিশ্বাস কৰিলে। কিয়নো তেওঁ যে মৃতবিলাকৰ
মাজৰ পৰা পুনৰায় উঠিব লাগে, শাস্ত্ৰৰ[1] এই শিক্ষা তেওঁবিলাকে
১০ তেতিয়ালৈকে বুজা নাই। তাতে সেই দুজন শিষ্য আকৌ নিজ নিজ ঘৰলৈ
গুচি গল।

## মগ্দলীনী মৰিয়মে পুনৰুত্থিত যীচক দেখা পোৱা।

১১ কিন্তু মৰিয়মে মৈদামৰ বাহিৰে থিয় হৈ কান্দি আছিল;
১২ আৰু কান্দি কান্দি মৈদামৰ ভিতৰলৈ চাপৰি চাই, যীচুৰ দেহ
শুউৱা ঠাইৰ মূৰ-শিতানত এজন, ভৰি-পথানত এজন বগা কাপোৰেৰে
১৩ এনে দুজন স্বৰ্গদূতক বহি থকা দেখিলে। তাতে তেওঁবিলাকে তাইক

1 গীত ১৬ ; ১০। পাঁ ২ ; ২৫-৩১। ১৩ ; ৩৪, ৩৫।

সুধিলে, হে নাৰী, কিয় কান্দিছা ? তাই কলে, লোকে মোৰ প্ৰভুক
১৪ নিলে ; কিন্তু তেওঁক থলে বা ক'ত, তাক নাজানো। ইয়াকে বুলি
তাই পাছ ফাললৈ মুখ ঘূৰাই যীচুক থিয় হৈ থকা দেখিলে ; কিন্তু
১৫ তেৱেঁই যে যীচু, ইয়াক নাজানিলে। তেতিয়া যীচুৱে তাইক সুধিলে,
হে নাৰী, কিয় কান্দিছা ? কাক নো বচাৰিছা ? তাই তেওঁক বাৰী-
চোৱা বুলি ভাবি কলে, মহাশয়, আপুনি যদি তেওঁক এই ঠাইৰ পৰা
নিলে, তেন্তে ক'ত থলে, মোক কওক ; মই তাৰ পৰা তেওঁক লৈ যাম।
১৬ যীচুৱে তাইক কলে, অ মৰিয়ম। তাতে তাই মুখ ঘূৰাই ইব্ৰী
ভাষাৰে কলে, ৰাব্বূণি (ইহাৰ অৰ্থ, হে গুৰু।) যীচুৱে তাইক কলে,
তুমি মোক নধৰিবা ;* কিয়নো মোৰ পিতৃৰ ওচৰলৈ মই এতিয়ালৈকে
১৭ উঠা নাই। কিন্তু তুমি মোৰ ভাইবিলাকৰ ওচৰলৈ গৈ, যি জনা মোৰ
পিতৃ, আৰু তোমালোকৰো পিতৃ, আৰু মোৰ ঈশ্বৰ, আৰু তোমালোকৰো
ঈশ্বৰ, তেওঁৰ ওচৰলৈ মই উঠি যাওঁ, ইয়াকে তেওঁবিলাকক কোৱাগৈ।
১৮ তাতে মগদলীনী মৰিয়মে গৈ, শিষ্যবিলাকক এই সম্বাদ দিলে, যে, মই
প্ৰভুক দেখিলোঁ, আৰু তেওঁ মোক এই এই কথা কলে।

শিষ্যবিলাকৰ আৰু থোমাৰো বিশ্বাস।

১৯ তাতে সেই দিনৰ, অৰ্থাৎ সপ্তাহৰ প্ৰথম দিনৰ সন্ধ্যা বেলিকা,
যেতিয়া শিষ্যবিলাক থকা ঠাইৰ দুৱাৰবোৰ যিহূদীবিলাকৰ ভয়ত
বন্ধ কৰা হল, তেতিয়া যীচুৱে আহি, মাজত থিয় হৈ তেওঁবিলাকক
২০ কলে, তোমালোকৰ শান্তি হওক। ইয়াকে বুলি তেওঁ তেওঁবিলাকক
নিজৰ হাত দুখন আৰু কাষ দেখুৱালে। তাতে শিষ্যবিলাকে প্ৰভুক
২১ দেখি আনন্দ কৰিলে। এতেকে যীচুৱে তেওঁবিলাকক আকৌ কলে,
তোমালোকৰ শান্তি হওক ; পিতৃয়ে যেনেকৈ মোক পঠালে, মইও
২২ তেনেকৈ তোমালোকক পঠাই দিওঁ। এই কথা কৈ, তেওঁ তেওঁবিলাকৰ
২৩ ওপৰত শ্বাস পেলাই কলে, পবিত্ৰ আত্মা গ্ৰহণ কৰা। তোমালোকে
যিবিলাকৰ পাপ ক্ষমা কৰা, তেওঁবিলাকৰ পাপ ক্ষমা কৰা যাব ; আৰু
যিবিলাকৰ পাপ ৰাখা, তেওঁবিলাকৰ পাপ ৰখা যাব।[I]
২৪ যীচু অহা সময়ত, বাৰ জনৰ মাজৰ থোমা, যাক দিদুমো বোলে,
২৫ তেওঁ তেওঁবিলাকৰ লগত নাছিল। এতেকে আন শিষ্যবিলাকে তেওঁক

* (বা) মোক স্পৰ্শ নকৰিবা। [I] মথি ১৬ ; ১৯। ১৮ ; ১৮।

কলে, আমি প্ৰভুক দেখিলো। কিন্তু তেওঁ তেওঁবিলাকক কলে,
তেওঁৰ হাতত গজালৰ চিন নেদেখিলে, আৰু গজালৰ সেই চিনত মোৰ
আঙুলি সুমুৱালে, আৰু তেওঁৰ কাষত হাত সুমুৱালে মই কোনমতে
বিশ্বাস নকৰোঁ।
২৬ আকৌ আঠ দিনৰ পাছত, তেওঁৰ শিষ্যবিলাক থোমাই সৈতে
ভিতৰত থাকোঁতে, দুৱাৰবোৰ বন্ধ হৈ থকাতো, যীচুৱে আহি মাজত
২৭ থিয় হৈ কলে, তোমালোকৰ শান্তি হওক। তেতিয়া তেওঁ থোমাক
কলে, ইয়াত তোমাৰ আঙুলি দি, মোৰ হাত চোৱা; আৰু তোমাৰ
হাত মেলি, মোৰ কাষত সুমুউৱা; আৰু অবিশ্বাসকাৰী নহৈ বিশ্বাসকাৰী
২৮ হোৱা। থোমাই উত্তৰ দি তেওঁক কলে, হে মোৰ প্ৰভু, হে মোৰ
২৯ ঈশ্বৰ! যীচুৱে তেওঁক কলে, মোক দেখাৰ কাৰণেহে তুমি বিশ্বাস
কৰিছা। যিবিলাকে নেদেখিও বিশ্বাস কৰে, তেওঁবিলাকেই ধন্য।[1]

উপসংহাৰ—এই শুভবাৰ্ত্তা লিখাৰ উদ্দেশ্য।

৩০ ইয়াত বাজেও, যীচুৱে আন অনেক অনেক আচৰিত চিন
শিষ্যবিলাকৰ আগত দেখুৱালে, যিবোৰ এই পুস্তকত লিখা নাই।
৩১ কিন্তু, যীচু যে ঈশ্বৰৰ পুত্ৰ খ্ৰীষ্ট, ইয়াক যেন তোমালোকে বিশ্বাস
কৰা, আৰু বিশ্বাসে কৰি তেওঁৰ নামত যেন জীৱন পোৱা, এই নিমিত্তে
এইবোৰ কথা লিখা হল।

গালীল সাগৰৰ তীৰত যীচুৱে কেইজনমান শিষ্যক দৰ্শন দিয়া।

২১ ১ তাৰ পাছত তিবিৰিয়া সাগৰৰ দাঁতিত, যীচুৱে আকৌ
তেওঁৰ শিষ্যবিলাকলৈ নিজকে দেখাই দিলে; আৰু তেওঁ এইদৰে
২ দৰ্শন দিলে। চিমোন পিতৰ, আৰু যাক দিদুমো বোলে, সেই থোমা,
আৰু গালীলৰ কান্না নগৰত থকা নথনেল, আৰু চিবদিয়ৰ পুতেক দুজন,
৩ আৰু আন দুজন শিষ্য, এই সকলোৱে একে ঠাইত আছিল। চিমোন
পিতৰে তেওঁবিলাকক কলে, মই মাছ মাৰিবলৈ যাওঁ। তেওঁবিলাকে
কলে, তেন্তে আমিও তোমাৰ লগত যাওঁ। এই বুলি, তেওঁবিলাক
ওলাই গৈ নাৱত উঠিল; কিন্তু সেই ৰাতি একোকে নাপালে।

---

[1] ২ কৰি ৫ ; ৭। ১ পি ১ ; ৮।

৪ পাছে ৰাতি পুৱাওঁতেই, যীচু বামত থিয় হল ; কিন্তু তেওঁ যে
৫ যীচ. ইয়াক সেই শিষ্য কেইজনে নাজানিলে। তাতে যীচুৱে তেওঁ-
বিলাকক সুধিলে, হেৰা বোপাইঁত, তোমালোকৰ লগত কিবা খোৱা
৬ বস্তু আছে নে ? তেওঁবিলাকে তেওঁক উত্তৰ দিলে, নাই। তেতিয়া
তেওঁ তেওঁবিলাকক কলে, নাৱৰ সোঁফালে জাল পেলোৱা, তেহে
পাবা। তাতে তেওঁবিলাকে জাল পেলালতে, বহু মাছৰ ভৰত, তাক
৭ আৰু টানি তুলিবৈ নোৱাৰিলে। যীচুৰ প্ৰিয় শিষ্যই পিতৰক কলে,
তেৱেঁই প্ৰভু। তেৱেঁই প্ৰভু বুলি চিমোন পিতৰে শুনি, উদং হৈ
৮ থকাত, গাত চোলা পিন্ধি, জাঁপ মাৰি সাগৰত পৰিল। কিন্তু আন
৮ শিষ্য কেইজনে, মাছেৰে সৈতে জাল টানি টানি, সৰু নাৱেৰে আহিল ;
কিয়নো তেওঁবিলাক বামৰ পৰা দুশ হাতমানতকৈ অধিক আঁতৰ নাছিল।
৯ পাছে তেওঁবিলাক বামত উঠিলত, তাতে এঙাৰৰ জুই, আৰু তাৰ
১০ ওপৰত মাছ আৰু পিঠা দেখিলে। যীচুৱে তেওঁবিলাকক কলে,
১১ এতিয়া ধৰোৰ মাছ ধৰিলা, তাৰ পৰাও আনাহঁক। তাতে চিমোন
পিতৰে নাৱত উঠি, এশ ত্ৰিপন্ন ডাঙৰ ডাঙৰ মাছেৰে ভৰি থকা জাল
টানি বামলৈ তুলিলে ; ইমান মাছ লাগিলতো, জাল নাফাটিল।
১২ যীচুৱে তেওঁবিলাকক কলে, আহাঁহঁক, খাই লওক। তেতিয়া,
তেৱেঁই যে প্ৰভু, তাকে জানি, 'তুমি কোন ?' এই বুলি সুধিবলৈ
১৩ শিষ্যবিলাকৰ কাৰো সাহ নহল। পাছে যীচুৱে আহি, পিঠা আৰু
১৪ মাছো লৈ তেওঁবিলাকক দিলে। মৃতবিলাকৰ মাজৰ পৰা উঠাৰ
পাছত, যীচুক শিষ্যবিলাকলৈ এইয়ে তৃতীয়বাৰ প্ৰকাশিত হোৱা।

যীচুৱে পিতৰক প্ৰশ্ন ধৰা, আৰু আদেশ দিয়া।

১৫ তেওঁবিলাকে ভোজন কৰি এঁটালত, যীচুৱে চিমোন পিতৰক
সুধিলে, হে যোহনৰ পুতেক চিমোন, তুমি ইবিলাকতকৈ মোক অধিক
প্ৰেম কৰিছা নে ? পিতৰে তেওঁক কলে, হয়, প্ৰভু, আপোনাক
প্ৰীতি কৰিছোঁ, তাক আপুনি জানে। যীচুৱে তেওঁক কলে, মোৰ
১৬ মেৰ পোৱালিবিলাকক চৰোৱা।[1] আকৌ দ্বিতীয়বাৰ তেওঁক সুধিলে,
হে যোহনৰ পুতেক চিমোন, তুমি মোক প্ৰেম কৰিছা নে ? পিতৰে
তেওঁক কলে, হয়, প্ৰভু, আপোনাক প্ৰীতি কৰিছোঁ, তাক আপুনি

1 পাঁ ২০ ; ২৮। ১ পি ৫ ; ২-৪।

জানে। যীচুৱে তেওঁক কলে, মোৰ মেৰবিলাকক প্ৰতিপালন কৰা।
১৭ পাছে তৃতিয়বাৰ তেওঁ সুধিলে, হে যোহনৰ পুতেক চিমোন, তুমি
মোক প্ৰীতি কৰিছা নে? তেতিয়া, তেওঁ তৃতীয়বাৰত, মোক প্ৰীতি
কৰিছা নে? এই বুলি সোধাত, পিতৰে অসন্তোষ কৰি কলে,
হে প্ৰভু, আপুনি সকলোকে জানে ; মই যে আপোনাক প্ৰীতি কৰিছোঁ,
তাক আপুনি জানি আছে। যীচুৱে তেওঁক কলে, মোৰ মেৰবিলাকক
১৮ চৰোৱা। মই তোমাক অতি সঁচাকৈ কওঁ, তুমি ডেকা-কালত, নিজে
নিজৰ কঁকাল বান্ধি, য'লৈকে ইচ্ছা, ত'লৈকে গৈছিলা ; কিন্তু যেতিয়া
তুমি বুঢ়া হবা, তেতিয়া হাত মেলিবা, আৰু অন্যে তোমাৰ কঁকাল
বান্ধি, তোমাৰ য'লৈ যাবলৈ ইচ্ছা নাই, ত'লৈকে তোমাক লৈ যাব।
১৯ তেওঁ কেনে মৰণেৰে ঈশ্বৰক মহিমান্বিত কৰিব, তাকে বুজাবৰ নিমিত্তে;
তেওঁ এই কথা কলে। ইয়াকে বুলি যীচুৱে তেওঁক কলে, মোৰ
পাছে পাছে আহাঁ।
২০ তেতিয়া পিতৰে মুখ ঘূৰাই, যি জনে ৰাতিৰ ভোজত, যীচুৰ বুকুলৈ
হালি গৈ, হে প্ৰভু, আপোনাক শত্ৰুৰ হাতত কোনে শোধাই দিব?
এই কথা সুধিছিল, যীচুৰ সেই প্ৰিয় শিষ্যক পাছে পাছে অহা দেখিলে।
২১ তাতে পিতৰে তেওঁক দেখি, যীচুক সুধিলে, হে প্ৰভু, এওঁৰ নো
২২ কি হব? তাতে যীচুৱে কলে, 'মই নাহোঁমানলৈকে তেওঁ যেন থাকে,
এই ইচ্ছা যদি কৰোঁ, তাত তোমাৰ কি কাম? তুমি মোৰ পাছে পাছে
২৩ আহাঁ।' তাতে সেই শিষ্য নমৰিব, এই কথা ভাইবিলাকৰ মাজত
ব্যাপি গল ; কিন্তু নমৰিব বুলি যীচুৱে তেওঁক কোৱা নাছিল; কিন্তু
'মই নাহোঁমানলৈকে তেওঁ যেন থাকে, এই ইচ্ছা যদি কৰোঁ, তাত
তোমাৰ কি কাম?' অকল ইয়াকেহে কৈছিল।
২৪ যি জনে এইবোৰৰ বিষয়ে সাক্ষ্য দিছে, আৰু এই সকলোকে লিখিলে,
তেওঁৱেই সেই শিষ্য ; আৰু আমি জানো, যে, তেওঁৰ সাক্ষ্য সঁচা।[1]
২৫ ইয়াত বাজেও, যীচুৱে আৰু অনেক কৰ্ম্ম কৰিলে। সেই সকলোকে
এটা এটাকৈ লিখিবলৈ গলে, যিমানবোৰ পুস্তক হব, মই বোধ কৰোঁ,
সিমানবোৰ পৃথিবীতো নধৰে।

---

[1] যো ১৯ ; ৩৫। ৩ যো ১২।